# শেষ সীমান্তৰ সূৰ্য

কুমাৰ কিশোৰ




পানবজাৰ ● গুৱাহাটী-১

# শেষ সীমান্তৰ সূৰ্য

কুমাৰ কিশোৰ




জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড : পানবজাৰ
গুৱাহাটী-৭৮১০০১

**SESH SIMANTAR SURYA**

*A Novel Written by Kumar Kishore and Published by Ganesh Kumar Sarmah. M/s. Jyoty Prakashan. Guwahati 781001*

Second Edition 1986

Price Rupees Twenty Only.

॥ শেষ সীমান্তৰ সূৰ্য ॥

॥ কুমাৰ কিশোৰ ॥

॥ প্ৰকাশক / গণেশ কুমাৰ শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / গুৱাহাটী-১ ॥

॥ প্ৰথম প্ৰকাশ—১৯৭৭ চন ॥

॥ দ্বিতীয় প্ৰকাশ—১৯৮৬ চন ॥

॥ বেটুপাত ॥

॥ শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী ॥

॥ ছপা / শ্ৰীসুনীল কুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥

॥ বন্ধা / শ্ৰীপ্ৰেম বেনাৰ্জী / উত্তৰায়ণ বাইণ্ডিং ওৱাৰ্কছ / কলিকতা-৬ ॥

॥ মূল্য / কুৰি টকা মাথোন ॥

মৰমৰ বাপা ( জয়ন্ত হাজৰিকা ),

অসমৰ বাইজে তোক কিমান ভাল পাইছিল—সেই কথা জানিও অভিমান কৰি কিয় তই গুচি গলি ?

আমাৰ কথা বাৰু নকওঁৱেই। কিন্তু ৰাজা আৰু মিঠুক এৰি যাবলৈ তোৰ অকণো বেয়া নালাগিলনে ?

ভূপেনদা আজি বৰ অকলশৰীয়া। তই গুচি যোৱাৰ আগতে ভূপেনদাৰ কথা এবাৰ নাভাবিলি কিয় ?

পুৰণি নিশাতে সাৰ পায় বুলি অকলে তই থাকিলেও আমি তোক কোনো দিনেই পাহৰিব নোৱাৰিম জয়ন্ত।

সেয়েহে মোৰ লেখনীৰ পচু বৈনকলৰ হৈ আকাশে-বতাহে মিলি যোৱা তোৰ পুণ্য স্মৃতিত ‘শেষ সীমান্তৰ সূৰ্য’ অৰ্পণ কৰিলো। ইতি—

তোৰ—দাদা

—কুমাৰ কিশোৰ—

॥ সূৰ্য জন্মৰ কাহিনী ॥

আমাৰ এটা মইনা আছিল। ল'ৰা-ছোৱালীক মৰমতে মতা নাম 'মইনা' নহয়। চিক্‌চিকিয়া ক'লা পাখী, হালধীয়া ঠেং আৰু হালধীয়া-ৰঙা ঠোঁটৰ এজনী জীয়া চৰাই—মইনা।

বিয়া, জন্মোৎসৱ, অন্নপ্ৰাশন আদিৰ নিমন্ত্ৰণবোৰ মই বৰ বেয়া পাওঁ। ফুটা জেপখনলৈ লক্ষ্য কৰি সন্মান ৰক্ষা হোৱা বিধৰ উপহাৰ নিৰ্ব্বাচনৰ কাৰণেই নেকি মোৰ ৰক্তচাপ বাঢ়ে। চাবি দিয়া উৰাজাহাজ এখন অথবা 'কথা কোৱা পুতলা' এটা অন্নপ্ৰাশনৰ নিমন্ত্ৰণীৰ উপহাৰ হিচাবে সিমান বেয়া নহয়। কিন্তু বিয়াৰ নিমন্ত্ৰণৰ বেলিকা? তাতকৈও ডাঙৰ সমস্যা শ্ৰীমতীক লৈ। সাজি-কাচি বিয়'-ঘৰলৈ ওলাই উপহাৰৰ কাৰণে ইমান সময়ে বৈ থকা শ্ৰীমতীয়ে মই ঘৰত সোমোৱাৰ লগে লগেই আৰম্ভ কৰিব প্ৰশ্নবাণ: ক'তা, উপহাৰ একো নানিলে দেখোন।

"আনিছো—আনিছো। সোণৰ আঙুঠি এটাকে লৈ আহিলো বাপ্লেঃক। জুখি আনিছো; চাবি অনাতকৈ এৰভিমান বেছিহে আছে। পাথৰটোও বৰ ধুনীয়া—কিবা বোলে 'ক্যাটচ্ আই'।

"হয়? চাওঁ—চাওঁ। বৰ ভাল কৰিলে।"

শ্ৰীমতীৰ হাঁহি মুখ দেখি দুশ টকা ধাৰ লোৱাৰ সময়ত পোৱা লাজ আৰু অপমানৰ কথা পাহৰি গৈ জেপত হাত ভৰালো। দিয়াচেলাই বাকচৰ ৰঙৰ পাতল কাগজ এখিলাৰে মেৰওৱা অকণমানি টোপোলাটো বিজয়-গৰ্বেৰে উলিয়াই দিয়াৰ লগে শ্ৰীমতীৰ তীক্ষ্ণবাণ শুনি বুকুখন কঁপি উঠিল: ছিঃ ছিঃ। এনেকৈও আনে নে? আপোনাৰ লাজ বোলা বস্তু এটাও নাই নেকি? ৰিং কেচ এটা অনা হলে কি হ'লহেঁতেন?

"এৰা, ভাবিবলৈকে নহ'ল। হব দিয়া—বুইছা। তোমাৰ বাকচত যদি আছে…।"

মোৰ কথা শেষ নৌহওঁতেই গৰ্জ্জি উঠিল: কি কৈছে? আপোনাৰ এই দুটা চকু নে অমৰা গুটি? এইটো আঙুঠি হ'ল নে? পেটাৰ্ণ আৰু নাপালে? পাথৰ আনিছে—নোচোৱা কিয়? মই নাযাওঁ; আপুনিয়েই য'ক গৈ" বুলি শ্ৰীমতীয়ে পাৰ চাদৰখন উচাট মাৰি খুলিলেই; মানে—বিয়ালৈ নাযায়। ভয়ে ভয়ে শ্ৰীমতীৰ চকুলৈ চালো। চ'ট্‌কৈ ঘটনা এটা মনত পৰিল:

ক'ৰবাৰ পৰা চুকনী মেকুৰী এজনী আহি ভজা মাছ (পিছে-সদায় নাথাকে) আৰু চচ্‌পেনৰ গাখীৰখিনি সদায় খায়হি। সেই খণ্ডতে দুৱাৰ খিৰিকি বন্ধ কৰি

মেকুৰীজনীক এদিন এসেকা দিবলৈ মন বান্ধিছিলো। পিচে আৱত হৈ পৰা মেকুৰীজনীৰ তীব্ৰ-ক্ষুব্ধ চকুহাল দেখি তাইক এসেকা দিয়াৰ সাহস আৰু নহ'ল।

শ্ৰীমতীৰ চকুহাল দেখাৰ পিচতহে বুজিলো: সোণাৰীয়ে পাখৰটোৰ নাম ক্যাটচ্ আই বোলাৰ অৰ্থ কি?

উপহাৰ নিৰ্বাচনীৰ এই জঞ্জালৰ হাত সাৰিবলৈকে, হৰণা চলচলিৰ নবৌয়ে সজাত ভৰোৱা মইনা একনী বিয়াৰ দিনা মোক উপহাৰ দিছিল। অৰ্থ কেবাটাও হব পাৰে।

এক: বন্দী বিহঙ্গিনীৰ দৰে ময়ো আজিৰ পৰা বন্দী হৈ পৰিলো—আমৰণ বন্দী।

দুই: মইনাজনীৰ আদৰ-যত্ন লোৱাৰ দৰে অৰ্দ্ধাঙ্গিনী হৈ অহা 'মইনাজনীৰ' আব্দাৰ, অভিমান ভাঙোতেই প্ৰাণ কণ্ঠগত হৈ পৰিব।

তিনি: মইনাৰ মাত বৰ শুৱলা। শিকাই লব পাৰিলে মানুহৰ দৰে কথা কয়। মাত শিকা মইনাই গিৰিহঁতক দেখিলেই মিঠা মাতেৰে সম্ভাষণ জনায়।

পিচে মইনাজনীয়ে মানুহৰ মাত নিশিকিলে। কেইবছৰমান পিচত এদিন মৰি থাকিল। আমাৰ তিনি বছৰীয়া বাবুলাই সিদিনা মইনাজনীৰ কাৰণে বৰকৈ কান্দিছিল।

'সীমান্তৰ সূৰ্য' অথবা 'শেষ সূৰ্য' নাম দিয়া হলেও হলহেঁতেন। কিন্তু পুথিখনৰ নামকৰণ কৰা হ'ল 'শেষ সীমান্তৰ সূৰ্য'। কাহিনী আৰু নামটোৰ মাজত যদি কোনোবাই সঙ্গতি বিচাৰি নাপায়—তেন্তে কাহিনীটো কৰ নজনাৰ দোষ। প্ৰাসঙ্গিকৰ সম্পাদনা সমিতিৰ সৰ্বশ্ৰী সত্যৰঞ্জন কলিতা, প্ৰফুল্ল বৰা, অ'জত সিংহ আদি বন্ধু কেইজনমানে জোৰকৈ হেঁচি নধৰা হলে 'শেষ সীমান্তৰ সূৰ্য' হয়তো আজিও উমনিতে থাকিলহেঁতেন। মানুহৰ মাত শিকাব নোৱাৰা মইনাজনীৰ দৰে—এইজনী মইনাকো কাৰোবাৰ যদি অকণমানো ভাল লাগে—তাৰ বাবে প্ৰাসঙ্গিকৰ সম্পাদনা সমিতিৰ সদস্যসকলৰ লগতে প্ৰকাশিকা শ্ৰীযুতা স্বৰ্ণ বাইদেৱেহে ধন্যবাদ পোৱাৰ যোগ্য। মনখোৱা বিয়াৰ উপহাৰ এটা নিনিয়াকৈ বিয়া খবলৈ যোৱাৰ দোষখিনিহে মোৰ।

গুৱাহাটী '৭৭

সেৱাৰে

—লেখক—

## ॥ এক ॥

কুঁৱৰী নবৌ।

কুঁৱৰী নবৌৰ নামটো আচলতে কুঁৱৰী নাছিল। আছিল: অৰুণিমা বৰুৱা। বোৱাৰী হৈ অহা নবৌক ককাইদেৱে মাতিছিল: ৰুণী। ডাঙৰ নবৌয়ে কেতিয়াবা বুলিছিল—কুঁৱৰী আৰু কেতিয়াবা ন-ছোৱালী। আৰু মই মাতিছিলো: ৰঙা বৌ—বা কুঁৱৰী বৌ।

ৰঙা বৌৰ দেহৰ ৰং ৰঙা নহয়; গাখীৰত পাতলকৈ সেন্দুৰ মিহলোৱা কেঁচা হালধী বৰণীয়া গাৰ ৰং। মুকুতা পাৰিৰ দৰে দাঁত; পদুম ফুলৰ কলিৰ দৰে টনা টনা এহাল চকু।

কাঞ্চনজ্যোতি বৰুৱাৰ বৰ মৰমৰ বোৱাৰী অৰুণিমা বৰুৱা—বৰুৱা বংশৰ পাহৰিব নোৱাৰা এটা নাম। কোনো দিনে মচ নোখোৱা কলঙ্কৰ এটা জীয়া দাগ। মৃত্যুৰ আগ মুহূৰ্তলৈকে হয়তো সেই দাগ কেঁচা হৈয়ে ৰ'ব।

আৰু মৃত্যুৰ পিচত?

মৃত্যুৰ পিচতো হয়তোবা সেই দাগ বৈ যাব। কলঙ্কৰ দাগ হেনো কাহানিও মচা নাযায়।

ৰূপহী যুৱতীবোৰক সকলোৱে চৰিত্ৰহীনা বুলিয়েই ভাবে নেকি জানো? ৰূপহী যুৱতীবোৰ যেন কলঙ্কৰ এটা জীয়া স্বাক্ষৰ। নহলে সমাজে ইমান বু-বা কৰিব কিয়? কোনজনী ৰূপহী গাভৰু অথবা যুৱতী বোৱাৰীৰ বিৰুদ্ধে সমাজত মুখৰোচক কাহিনীৰ সৃষ্টি হোৱা নাই? সিহঁতে যেন হাঁহিবলৈও নাপায়; কোনোবা এজনক কথা

এখাৰ কোৰোটোও অন্যায়। নহলে শেৱালি পাহিৰ দৰে নিৰ্মল হাঁহিৰ মাজতো অশালীনতাৰ গোন্ধ পোৱাৰ কাৰণ কি ?

এয়া আমাৰ মনৰ দীনতা নে বিবেকৰ সঁচা বিচাৰ ?

প্ৰেম, ভালপোৱা আৰু মৰম।

এই আটাইকেইটা শব্দৰ অৰ্থ একে নহয়। মই কাৰোবাক ভাল পালেই—মৰম কৰিলেই -মৰম কৰাজনৰ প্ৰেমত পৰা বুলি নুবুজায়। আটাইবোৰ প্ৰেম আৰু ভালপোৱাৰ মাজত যৌন সম্পৰ্কৰ গোন্ধ নাথাকিবও পাৰে। তথাপিতো প্ৰেম আৰু ভালপোৱা একেটা বৃত্তৰেই দুডাল সমান্তৰাল জ্যা। কোনো এটা বিন্দুক কেন্দ্ৰ কৰি বৃত্ত পৰিধিয়ে ঘোৰ খোৱাৰ দৰে আমাৰ জীৱনৰ কক্ষপথৰ কেন্দ্ৰ বিন্দু কিন্তু একেটাই : সেয়া প্ৰেম আৰু ভালপোৱা। মৰম চেতনা অথবা দায়িত্ববোধ।

বৃত্তৰ পৰিধিৰ এটা নিৰ্দিষ্ট ৰূপ আছে, থাকে কিন্তু মনৰ পৰিধিৰ ৰূপ নাথাকে ; গঢ় নাই। মনৰ পৰিধি বহল বুলি গৌৰৱ কৰা আমিবোৰৰ মনবোৰ জানো সঁচাকৈয়ে বহল ? উদাৰ ?

কলঙ্কিত। ৰঙা বৌ এখন ঘৰৰ—এটা প্ৰতাপী পৰিয়াল আৰু ঐতিহ্যশালী বংশৰ এখন সকৰুণ ইতিহাস

কলিঙ্গ-যুদ্ধ আৰু অশোক।

কলিঙ্গৰ যুদ্ধত ৰক্তবন্যাৰ ঢৌ দেখি ৰাজ্যলোলুপ অশোকৰ মন ঘূৰিছিল। জীৱনৰ গতিপথ সলনি হৈছিল। আৰু কুঁৱৰী নাৰৈৰ সেই কলঙ্কয়ো নিচিহ্ন কৰি পেলাইছিল এটা বংশ। নিঃশেষ হৈ গৈছিল এখন ঘৰ। পৃথিৱীৰ বুকুৰ পৰা চিৰদিনলৈ হেৰাই গৈছিল কাঞ্চনজ্যোতি বৰুৱাৰ শেষ জ্যোতি। শাওণৰ সূৰ্য্যৰ দৰে প্ৰখৰ অখণ্ড প্ৰতাপী বৰুৱা বংশৰ ঐতিহ্য আজি নিষ্প্ৰভ, নিমজ্জিত।

কিন্তু তাৰ বাবে জানো অকল কুঁৱৰী বৌয়ে দায়ী ? সেয়া কেৱল কুঁৱৰী নৰৌৰেই দোষ ? আৰু কাৰো নহয় ?

কুঁৱৰী নবৌ ধুনীয়া ; চকুত লগাকৈ ৰূপহী। দেহৰ ভাজে ভাজে উচ্ছল যৌৱনৰ হিল্লোল। আৰু......।

কুঁৱৰী নবৌৰ কথা—এতিয়া থাক। পিচত।

জীৱনৰ গভীৰতালৈ সোমাব নোৱাৰিলে—মানুহক গভীৰভাৱে ভাল পাব নোৱাৰিলে—জীৱনক হেনো বুজিব নোৱাৰি ; বুজি নাপায়

হয়তো বা নোৱাৰি

কিন্তু জীৱনৰ সংজ্ঞা কি—মইচোন এতিয়াও নাজানো। মানুহক ভাল পাইলৈ—জীৱনৰ গভীৰতালৈ সোমাবলৈ ময়ো শিকা নাই। শিকাৰ সুযোগো পোৱা নাছিলো। এতিয়া আৰু প্ৰয়োজনো নাই

জীৱন মানে—মই যি বুজো—সেয়েই যদি জীৱন—তেন্তে আমাৰ জীৱনবোৰ জীৱন নহয় আমাৰ নিচিনা মানুহৰ জীৱনবোৰ এচাম লোকৰ খেলৰ খেলাকুটি সমাজৰ প্ৰতিপত্তিশালী সেইচাম লোকে আমাৰ জীৱনক লৈ হেতালি খেলে। মাথো পেটৰ মজিৱ জুইৰ তাপ সেকাৰ দৰে আমাৰ যৌৱনৰ সোৱাদ লৈ মন জুৰায়।

শাওঁণৰ গোমা আকাশে চকুলো টোকা বতৰ আৰু কোমল গছনিৰে ভৰা আঘোণৰ পকা ধাননি পথাৰ। বিসদৃশ যেন লাগিলেও দুয়োটাৰে মাজত এটা নিগূঢ় সম্পৰ্ক যেন নিহিত হৈ আছে বাৰিষাৰ বৰষুণৰ জাকবোৰেই আঘোণৰ পথাৰৰ পকা ধাননি ডৰাৰ সোণালী বতৰা, জানো আমাৰ কাণে কাণে কৈ নাযায় ? বাৰিষাৰ বৰষুণে বোকা কৰি থৈ যোৱা—শাওঁণৰ বানে পলস পেলাই থোৱা পথাৰখনতে লুকাই থাকে ভৱিষ্যতৰ ইংগিত। আঘোণৰ পথাৰৰ পকা ধাননি ডৰাৰ ভ্ৰূণ—সোণালী ৰূপ। শাওঁণত ৰোৱা কঠিয়াই ভাদৰ শেষত সজাল ধৰি আহিনৰ বতাহত হালি জালি নাচে কাতি মহীৰ চাকিৰ পোহৰৰ লৈ গৰ্ভৱতী হৈ গাভিনী হয়।

আৰু আঘোণৰ শেষত সোণালী ৰঙৰ ওৰণি লৈ লাজত তলমূৰ কৰে, নতুন প্ৰসূতিৰ লাজ ঢাকিব খোজে।

বান বাৰিষাৰ সেউজীয়া পথাৰ।

সেই সেউজীয়া পথাৰৰ মাজে মাজে অ'ত ত'ত শাওণৰ বতৰেও পাৰি থৈ যায়—দুই এখন সোণালী দলিছা। পকা আৰু আধা পকা আহু-খৰমাৰ সোণালী ৰং—কেঁচা সোণ বৰণীয়া ৰূপ।

কিন্তু সোণ গুটিৰ সেই থোকবোৰে হৃদয়তকৈ মনলৈ কঢ়িয়াই আনে শঙ্কা আৰু অনিশ্চয়তাৰ গধুৰ দুশ্চিন্তাৰ বোজা। চপোৱাৰ আগতেই যদি বান আহে? ৰাতিৰ ভিতৰতে কপিলী যদি ডাইনী হৈ খেদি আহে? পথাৰৰ সোণগুটিবোৰ উটুৱাই নিয়ে?

এবা, বোকা পানীত নামি সোণ গুটি চপোৱাটো জানো কম কথা? মূৰৰ ওপৰত চোকা ৰ'দ আৰু ধাৰাসাৰ বৰষুণৰ জাক। তলত এআঠু বোকা পানীৰ মাজে মাজে লেউ লিয়াই ঘূৰি ফুৰা চেলেপেটী জোক। গাৰ চাৰিওফালে ঘূৰি ফুৰা মহ-ডাঁহ আৰু চেৰেপাৰ কামোৰ।

তথাপি ধান মুঠি চপাবলৈ জানো আমাৰ কম হেঁপাহ? কলং কপিলীত পানী বাঢ়িলে আমাৰ চকুৰ টোপনি হৰে। পকা-আধা পকাতে চপোৱা কেঁচা ধানৰ ডাঙৰিবোৰ কঢ়িয়াই আমাৰচোন গাৰ • ত হেৰায়।

শৈশৱ চেৰাই তেতিয়াও মই কৈশোৰত ভৰি দিয়া নাছিলো। ·তিয়াই আঘোণাৰ মুখত শুনিছিলো: মাটিয়েই হেনো জীৱন।

খাজনা সোধাব নোৱাৰা কাৰণে খেতিৰ মাটি এহালিচা নীলামত দিবলৈ ওলোৱা দেউতাৰ ভৰিত পৰি আঘোণাই কৈছিল: এবাৰলৈ মোক ক্ষেমক দেউতা। অধমক নিগমে নামাৰিব। ল'ৰা-ছোৱালী কেইটিৰ-জীৱৰ বধ নলব। আমি গৰীৱ দুখীয়া মানুহ। খেতিৰ মাটি কেই হালিচাই আমাৰ জীৱন। আৰু বেলি ভৰ খেতিৰ সময়তে হালৰ গৰু এটা নমৰা হলে—দেউতাৰ ঋণ জানো···।

আঘোণাই আৰু কি কব খুজিছিল কব নোৱাৰো। কণ্ঠ—বাওকৈ ভৰিত ধৰিব খোজা দেউতাই গজি উঠি আঘোণাৰ ওচৰৰ পৰা দুখোজ পিচুৱাই আহিছিল। বুঢ়িছৰ দিনৰ মৌজাদাৰৰ স্বৰূপটো দেখি সিদিনা মোৰ মনলৈ কি ভাৱ আহিছিল—আজি মনত নাই। কিন্তু আঘোণাৰ কাবৌ ককালি শুনি মোৰ হাঁহি উঠিছিল। ভাবিছিলো: দেউতাৰ ওচৰলৈ অহা ৰায়তবোৰ একো একোটা প্ৰকাণ্ড গৰু। সিহঁতৰ মগজুত একো নাই। মাটিয়েই কেনেকৈ জীৱন হব পাৰে বাৰু?

মই মৌজাদাৰৰ ল'ৰা। ভাৰত তেতিয়াও স্বাধীন হোৱা নাই। পৰাধীন ভাৰতৰ ৰায়তৰ ওপৰত মৌজাদাৰৰ তেতিয়া অখণ্ড প্ৰতাপ। তেনে এখন ঘৰৰ ল'ৰা হৈ মোৰ শিশু মনে তেনেদৰে ভবাই স্বাভাৱিক। অকণমান কথাতে দেউতাৰ লাঠি-গোৰ আৰু চাবুকৰ কোব খোৱা আঘোণাহঁতৰ দৰে মানুহবোৰক দেখি ভাবিছিলো: সিহঁত যেন আমাৰ দৰে মানুহ নহয়: এৰাল ছিঙি কঠিয়াতলি মহতিয়াই এচাৰিৰ কোব খোৱা কাজলী গাইজনীৰ দৰেই একো একোটা দুঠেঙীয়া প্ৰাণী।

আৰু দেউতাহঁত?

দেউতা আৰু মাহঁতৰ দৰে মানুহবোৰকহে মানুহ বোলে চাগে। আমি তেতিয়া সৰু ল'ৰা। সৰু ল'ৰাবোৰক মানুহ বুলি নকয় হবলা।

আঘোণাহঁতৰ দৰে ৰায়তবোৰে—দেউতাহঁতৰ দৰে মানুহবোৰৰ লাঠি-চৰ খায়েই জীয়াই থাকে। লাঠি, চৰ আৰু চাবুকৰ কোব খাবই লাগে হবলা। চাবুকৰ কোব খাই সিহঁতে আমাৰ দৰে দুখ নাপায় কিজানি। বাৰিষাৰ চোকা ৰ'দত ঘামত জুকলি জুপুৰি হৈ আমাক খৰি ফালি দিয়া ভদীয়া, ৰাতিৰামহঁতৰ দুখ ভাগৰ নালাগেই হবলা।

সেয়া আছিল মোৰ শিশু মনৰ ধাৰণা।

আৰু এটা কথা তেতিয়া মই বুজি পোৱা নাছিলো। মাছ-পুঠি, হাঁহ-পাৰ, গাখীৰ-ঘি, কণী আদি দি থৈ যোৱা মানুহবোৰক দেউতাই কোনো দিনেই গালি পৰা নাছিল। খং কৰা দেখা নাছিলো।

সেই মানুহবোৰ আমাৰ কোনোবা আপোন মানুহ আছিল চাগে। নহলে আমাৰ ঘৰত হাঁহ-পাৰ নতুবা গাখীৰ-ঘি দি যাবতি কিয়?

দেউতাক সোধাৰ সাহস নাছিল

মাক সুধিছিলো: মাছ-পুঠি আৰু হাঁহ-পাৰ দি যোৱা মানুহবোৰ আমাৰ আপোন মানুহ নেকি মা?

মোৰ কথাবাৰ শুনি মাই ভেকাহি মাৰি কৈছিল: তোৰ সেইবোৰ কেলেই? কোন আপোন মানুহ—সেইবোৰ জনাৰ তোৰ কি দৰ্কাৰ?

তাৰ পিচত আৰু তুনাই প্ৰশ্ন কৰাৰ সাহস মোৰ হোৱা নাছিল মনে মনে আছিলো।

কিন্তু পিচত বুজিছিলো।

একে মানুহ। কিন্তু বিভিন্ন জীৱন বিভিন্ন জীৱনৰ গতিপথ—জীয়াই থকাৰ বিভিন্ন ৰূপ।

শাওঁণৰ বৰষুণ জাকৰ লগত আঘোণৰ পকা ধাননি ডৰাৰ নিগূঢ় সম্পৰ্ক থকাৰ দৰে বকুৱা বংশ নিঃচিহ্ন হৈ যোৱাৰ মূলতে লুকাই আছিল কুঁৱৰী বৌৰ ৰূপ আৰু যৌৱন।

আৰু?

আৰু মাতৃ হোৱাৰ আকুল আকাঙ্খাত অধীৰ হৈ পৰা আন এজনী যুৱতী বোৱাৰীৰ ঈৰ্ষাকাতৰ মন।

দিন বাগৰি গৈছিল।

শৈশৱ চেৰাই মই কৈশোৰত ভৰি দিছিলো। প্ৰাইমেৰী স্কুল পাছ কৰি মই তেতিয়া হাইস্কুলখনলৈ অহা-যোৱা কৰিছো। ঘৰৰ

ওচৰৰ স্কুল। এটা দুটাকৈ চাৰিটা বছৰ পাৰ হৈ গৈছিল। ইতিমধ্যে মই যথেষ্ট বুজন হৈ উঠিছো। বহুত কথা বুজি পাওঁ। দেউতাৰ ওচৰলৈ অহা মানুহবোৰলৈ আলেঙে আলেঙে চাওঁ। আটাইবোৰ খেতিয়কৰে অৱস্থা একে নহয়। খেতিৰ ধাননে বছৰেক খাবলৈ নোজোৰা খেতিয়ক সকলে ঠিকমতে খাজনা সোধাব নোৱাৰে। বান পানীয়ে খেতিৰ শইচ উটুৱাই নিয়ে। বৰষুণৰ অভাৱত দ মাটিও চন পৰে। খেতি ভাল নহয়। তদুপৰি বেমাৰ আজাৰ আছেই। অভাৱ অনাটনত জুৰুলা হোৱা ৰায়তবোৰে দেউতাৰ ওচৰলৈ আহি ইননি বিননি জোৰে। তথাপি সিহঁতৰ ঘৰ ক্ৰোড়কী হয়। কাঁহী-বাটি, লোটা-ঘটি আৰু গৰু-ছাগলী মোকালাবলৈ অহা ৰায়তসকলক তৰ্জন-গৰ্জন কৰি দেউতাই গালি পাৰে। ৰামসিং দাৰোৱানৰ হতুৱাই গতিয়াই টঙনিয়াই হাউলীৰ পৰা বাহিৰ কৰি উলিয়াই দিয়ে। চামতাৰে কেতিয়াবা কেতিয়াবা কাৰোবাক কোবায়—বেতায়।

চামতাৰ কোব খাই যন্ত্ৰণাত ডেডাউৰি পৰা ৰায়তবোৰলৈ মোৰ বেয়া লাগে। সিহঁতৰ উদং পিঠিৰ ছাল ছিগি ধাৰষাৰে তেজ বৈ আছে। মোৰ মনটো সেমেকি পৰে। কিন্তু দেউতাৰ সন্মুখত থিয় হৈ সিহঁতলৈ চোৱাৰ মোৰ সাহস নহয়। লুকাই চুৰকৈ দূৰৰ পৰা চাওঁ।

দেউতাক সকলোৱে বাঘৰ দৰেই ভয় কৰিছিল।ময়ো—মানুহবোৰেও। হাত যোৰকৈ দেউতাৰ ওচৰত থিয় হৈ কঁপি কঁপি কথা কোৱা মানুহবোৰক দেখি ভাবিছিলো: পৃথিৱীত দেউতাতকৈ ডাঙৰ মানুহ বোধহয় আৰু কোনো নাই।

ডাঙৰ মানুহবোৰ সদায় খঙাল হয়েই চাগে; খঙাল হব লাগে। নহলে ডাঙৰ মানুহ হব নোৱাৰি। সেয়ে আছিল তেতিয়াৰ মোৰ বদ্ধমূল ধাৰণা।

ৰজত, কমল, নাহৰ, ভদাইহঁত মোৰ সমনীয়া। কিন্তু ৰজত, কমলহঁত যেন মই নহয়। মোৰ আৰু সিহঁতৰ মাজত বহুত পাৰ্থক্য।

গাওঁখনত আৰু বহুত ল'বা আছে। কিছুমান সমনয়া, কিছুমান মোতকৈ সৰু আৰু কিছুমান ডাঙৰ। বহুত কমলহঁত গাওঁখনৰ আনবোৰ ল'বাৰ সৈতে যেনেদৰে মিলিব পাৰে—মই নোৱাৰো। মই সিহঁতৰ লগত উমলিলে দেউতাই বেয়া পায়। লুকাই চুৰকৈ কেতিয়াবা লগ লাগিব খুজিলেও সিহঁতে মোক এৰাই ফুৰিব খোজে। সিহঁতে মোলৈ যে কিবা এটা বেলেগ দৃষ্টিৰে চায়—মই বুজি পাওঁ। তথাপি বহুত কমলহঁতৰ সৈতে কেতিয়াবা কাবোবাৰ আমবাৰী-জামুবাৰীত সোমাও। লিচুবাৰীত সোমাই লিচু পাৰি খাওঁ। কুহিয়াৰনিৰ মাজে মাজে পকা বাঙি বিচাৰি পিট্‌পিটাই ফুৰো। জোনাকী-কেতেকী পেহীহঁতৰ বাৰীৰ ঢাপৰ পৰা জালি টিঁয়হ চুৰ কৰো। বোকা পানী গছকি ভৰ দুপৰীয়া পথাৰলৈ গৈ এবুকু এডিডি পানীত ভুৰ বাওঁ। এবা বাৰীৰ পৰা ডাঁহেচিয়া কঠাল পাৰি আনি ভুৰৰ ওপৰতে কাটি খাওঁ।

তথাপি যেন বহুত-কমলহঁত মই নহয়।

ডাব-নাৰিকল চুৰ কৰিবলৈ কাবোবাৰ বাৰীত সোমাই ধৰা পৰিলে গিৰিহঁতে সিহঁতক দবিয়ায়। কিন্তু মোকচোন একো নকয়। বৰং মোৰ ওচৰলৈ আহি আথে বেথে সোধেহি: ডাব খাবা নেকি সৰু দেউতা? ৰবা, মই পাৰি আনিছো।

বাটে পথে মোক দেখিলে মানুহবোৰে মিচিকিয়াই হাঁহে। সোধে: ইচ্‌কুললৈ যোৱা নেকি সৰু দেউতা?

তাৰ পিচত কান্ধতে লৰ নে মুৰতে থবথন লগায়। মোৰ ভাল নালাগে।

স্কুলতো সেই একেই অৱস্থা। মই যেন ব্যতিক্ৰম। ছাত্ৰবোৰে মোক যেন ভয় কৰে; শ্ৰদ্ধাৰ চকুৰে চায়। সমীহ কৰি চলে। শিক্ষক সকলেও আনবোৰ ছাত্ৰতকৈ মোক মৰম কৰে বেছি। দুষ্টামি কৰিলেও আনবোৰ ল'বাৰ দৰে মোক শাস্তি নিদিয়ে। ভুলটো মাথোন শুধৰাই দিয়ে। ভবিষ্যতে তেনে নকৰিবলৈ মৰমেৰে কয়।

মই আচৰিত হৈছিলো।

শিক্ষকসকলে নকলেও মই জানো—সককণ, কদাইহঁত মোতকৈ বহুত চোকা। সিহঁতে লিখা প্ৰশ্নোত্তৰবোৰ চাই চাই মই পৰীক্ষা দিওঁ; প্ৰশ্নোত্তৰ লিখা। সিহঁতে কৰা অঙ্ক আৰু জ্যামিতি কেইটাকে পৰীক্ষাৰ বহীত মই লিখি থৈ আহো। কিন্তু সিহঁত কোনো দিনেই পৰীক্ষাত প্ৰথম হব নোৱাৰে। কদাই দ্বিতীয় হলে সককণ হয় তৃতীয়; কেতিয়াবা আকৌ সককণ দ্বিতীয় আৰু কদাই তৃতীয় হয়। আৰু মই সদায় প্ৰথম হওঁ।

কেনেকৈ সদায় প্ৰথম হওঁ—মই কিন্তু নিজে বুজি নাপাওঁ। দুয়োজনকে চাই চাই লিখো কাৰণে মই বেছি নম্বৰ পাওঁ হবলা। সককণ আৰু কদাই—দুয়োজনে মোক দেখুৱায়। কিন্তু সককণে কদাইক আৰু কদাই সককণক কেতিয়াও নেদেখুৱায়। ইজনে সিজনক কিবা এটা সুধিলেও নকয়। সেই কাৰণে মই সিহঁতকৈ সৰহ নম্বৰ পাইছিলো কিজানি। পৰীক্ষাত মোৰ চিট সদায় সিহঁত দুজনৰ মাজত পৰে।

কিন্তু এবাৰ ভালকৈয়ে বিপাণ্ডত পৰিলো।

মই তেতিয়া ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। বাৰ্ষিক পৰীক্ষাৰ পিচত সপ্তম-মান শ্ৰেণীলৈ উঠিম।

সৰু ককাইদেৱে সেইবাৰেই কলেজৰ শেষ পৰীক্ষা দি কেই মাহমান পিচত স্নাতক হৈ ওলাই আহিব। বৰ ককাইদেৱে দুবাৰ নে তিনিবাৰ পৰীক্ষা দিও স্নাতক হব নোৱাৰি চহৰতে কিবা এটা কৰিছিল। মৌজাদাৰৰ ল'ৰা। পৰীক্ষা পাছ কৰিব নোৱাৰি গাঁৱলৈ উভতি অহাটো লাজৰ কথা।

ঘৰত ককাইদেউহঁত কোনো নাথাকে। থাকো—মই, মা আৰু দেউতা। লগুৱা-লিগিৰিবোৰ আছে। হাউলীৰ এচুকৰ ঘৰ এটাত দুজন নে তিনিজন কৰ্মচাৰী থাকে। আনটো চুকৰ পঁজা এটাত থাকে ৰামসিং দাৰোৱান আৰু দুজন নে তিনিজন লাঠিয়াল। দেউতাৰ

হুকুমত সিহঁতে ৰায়তবোৰক টঙনিয়ায়। এজনৰ মাটি কাঢ়ি আ'ন এজনক খেতি কৰিবলৈ দিয়ে।

সেই কাৰণে মই স্বয়ম্ভু হৈ পৰিছিলো। মোৰ পঢ়া শুনাত চকু দিবলৈ ঘৰত কোনো নাছিল: সেই বোৰলৈ চকু কাণ দিবলৈ দেউতাৰ সময়ো নাই; প্ৰয়োজনো নাছিল। কাৰণঃ মই শ্ৰেণীৰ প্ৰথম ল'ৰা। শিক্ষকৰ মুখত মোৰ পঢ়া শুনাৰ প্ৰশংসা। স্বভাৱ চৰিত্ৰত মই স্কুলখনৰ ভিতৰতে ভাল ল'ৰা। গতিকে মোৰ কথা ভাবিবলৈ দেউতাৰ একো নাই। নিচিন্ত।

বছৰেকীয়া পৰীক্ষালৈ সৰহ দিন নাছিল।

কিন্তু মই বিশেষ পঢ়া শুনা কৰা নাই। কিয়নো মই জানো নপঢ়িলেও মই প্ৰথম হমেই। প্ৰমোচন পাম। ৰুদাই, সৰুকণ্ঠ আছে। আগৰ কেই বছৰৰ দৰে সিহঁতৰ প্ৰশ্নোত্তৰৰ বহী চাই পৰীক্ষ দিবলৈ মোৰ কোনো অসুবিধা নহয়।

কিন্তু পৰীক্ষাৰ প্ৰথম দিনাখনেই সকলো ওলট-পালট হৈ গ'ল মুৰটো আচন্ত্ৰাই কৰি দিলে। প্ৰশ্ন কাকত বিলোৱাৰ ক্ষন্তেক পিচ প্ৰধান শিক্ষক চৌধুৰী চাৰ পৰীক্ষা গৃহলৈ সোমাই আহিল। ৰুদাই আৰু সৰুকণৰ মাজৰপৰা মোক তুলি নি সন্মুখৰ বেঞ্চ এখন অকলশৰীয়াকৈ বহুৱাই দিলে।

মই বিবুদ্ধিত পৰিলো। মহন্ত স্তাৰ আমাৰ গাৰ্ড আছিল নিৰুপায় হৈ তেখেতেও হেড্ মাষ্টৰলৈ চাই ৰ'ল।

প্ৰধান শিক্ষক চৌধুৰী চাৰ আঁতৰি গলত প্ৰশ্ন কাকতখন ঘূৰাই পকাই চাই ধোৱা কোৱা দেখিলো। মই উত্তৰ কৰিব পৰা প্ৰশ্ন এটাও নাই। কাৰোবাক সুধি কিবা এটা লিখিবলৈও ওচৰত কোনো নাছিল। নিৰুপায় হৈ নিজে যি পাৰো লিখিলো। তাৰ বাহিৰে আন উপায় নাছিল।

ভাবিছিলোঃ সেয়া এদিনীয়া ব্যৱস্থা। পিচ দিনাখনৰ পৰা ৰুদাইহঁতৰ লগত একেলগে বহিব পাৰিম। কিন্তু ওহো.

নোৱাৰিলো। পৰীক্ষাৰ আটাই কেইদিনেই সেই একেই ব্যৱস্থা।

তাৰ পিচত পৰীক্ষা এদিন শেষ হ'ল।

জানো ঃ পৰীক্ষা পাছ কৰাৰ যোখাৰে মই প্ৰশ্নোত্তৰ কৰিব পৰা নাই। কিন্তু মোৰ দৃঢ় বিশ্বাস—মই পাছ কৰিমেই। পৰীক্ষকে পাছ কৰাৰ জোখাৰে মোক নিশ্চয় নম্বৰ দিবই।

কিন্তু পৰীক্ষাৰ ফলাফলৰ ঘোষণা শুনি মোৰ মূৰত যেন বজ্ৰপাত পৰিছিল। মই হতভম্ব হৈ পৰিছিলো। নিচেই কম সংখ্যক ছাত্ৰৰ বাহিৰে প্ৰায় আটাইবোৰেই উত্তীৰ্ণ হৈছে। কিন্তু উত্তীৰ্ণ হোৱা ছাত্ৰবোৰৰ তালিকাত মোৰ নামটো নাই।

লাজ, অপমান আৰু বেদনাত মই বিবৰ্ণ হৈ পৰিছিলো। ঘৰলৈ উভতি অহাৰ সাহস হোৱা নাছিল। কটকী চাৰে মোক দেখি কৈছিল ঃ উপায় নাই পৰাশ। আমি দুজনমান শিক্ষকে হেডমাষ্টৰক কৈছিলো। কিন্তু তেওঁ কোনোমতেই মান্তি নহ'ল। নতুন হেডমাষ্টৰ। তুমি যে মেনেজিং কমিটিৰ সভাপতিৰ ল'ৰা চৌধুৰীয়ে সেই কথা নাজানিছিলেই। টেবুলেশ্যনৰ সময়ত মইহে কথাষাৰ উন্মুকিয়াইছিলো। পিচে তেওঁ গেৰ্‌গেৰাই উঠিল ঃ সভাপতিৰ ল'ৰা বুলিয়েই পাছ কৰাই দিব লাগে যদি পৰীক্ষা কেলেই পাতিছিল ? যোগ্যতা নথকা ল'ৰা-ছোৱালীক ওপৰ শ্ৰেণীলৈ প্ৰমোচন দিয়া অন্যায়।

সেইদিনাখনেৰে সন্ধিয়া।

কটকী চাৰ আমাৰ ঘৰলৈ আহিছিল। মোক কোৱাৰ দৰে দেউতাকো কৈছিলহি হবলা। তাৰ বাহিৰে আৰু যদি কিবা কৈছিল—নাজানো। মই শুনা নাছিলো। দেউতাৰ ভয়ত মায়ে ভিতৰৰ কোঠা এটাত মোক লুকুৱাই ৰাখিছিল।

তাৰ কেইদিনমান পিচত।

দেউতাৰ তৰ্জন গৰ্জন শুনি ভয়ে ভয়ে দূৰৰ পৰা চ'ৰা ঘৰলৈ

ভূমি চাইছিলো। হেডমাষ্টৰ চৌধুৰী চাৰক দেউতাই মতাই আনিছিল নেকি নাজানো। মই মাথোন দেখিছিলো: আঙুলি জোকাৰি জোকাৰি চাৰক দেউতাই কিবা কিবি কৈছে। কিন্তু কি কৈছিল—ভালদৰে বুজি পোৱা নাছিলো।

মই স্তম্ভিত হৈ গৈছিলো। আনবোৰ মানুহৰ দৰে চাৰে দেউতাৰ ওচৰত হাত যোৰকৈ থকা নাই। সদম্ভে থিয় হৈ দেউতাৰ কথাৰ প্ৰত্যুত্তৰ দিছে; প্ৰতিবাদ কৰিছে।

মোৰ ভয় লাগিছিল।

তেনেদৰে দেউতাৰ কথাৰ প্ৰত্যুত্তৰ দিয়া মই কোনো দিনে কাকো দেখা নাই।

দেউতা খঙত কঁপিছিল। ৰামসিঙক চিঞৰি মতা শুনি মই শিহৰি উঠিছিলো। ৰামসিঙক চাবুক মাৰিবলৈ আদেশ দিব নেকি বাক?

: পৰাশ মোৰ ছাত্ৰ। শিক্ষক হৈ ছাত্ৰৰ জীৱন মই ধ্বংস কৰিব নোৱাৰো।

: হোৱাট? আই এম হিজ ফাদাৰ।

: হ্যাট আই নো।

সেই সময়তে ৰামসিং আহি দেউতাৰ সন্মুখত থিয় হৈছিল। ৰামসিঙক দেখি দেউতাই কৈ উঠিল: পৰাশ ক'ত? তাক মাতি আন।

তাৰ পিচত দেউতাইতৰ তৰ্ক-বিতৰ্ক শুনিবলৈ বৈ থকাৰ মোৰ সাহস নাছিল। লৰালৰিকৈ বাৰীৰ পিচ ফাললৈ পলাই গলো।

তাৰ পিচৰ দুৰ্ঘটনাটোৰ বিষয়ে মই গম পাইছিলো প্ৰায় এসপ্তাহ পিচত।

## ।। দুই ।।

দোষ আৰু গুণ। অপৰাধ আৰু বিচাৰ।

অপৰাধ কৰা সহজ; অপৰাধ কৰিব পাৰি। কিন্তু বিচাৰ কৰা টান। ন্যায় বিচাৰৰ বায় দিয়া আৰু দুৰূহ। নিৰপেক্ষ হব নোৱাৰিলে নিৰ্ভুলভাৱে বিচাৰ কৰিব নোৱাৰি।

বিচাৰকৰ আসনত বহি দোষী-নিৰ্দোষী বিচাৰ কৰা বিচাৰক আমি আটায়ে নহব পাৰো। তথাপি জীৱনৰ প্ৰতি মুহূৰ্ত্ততে আমি বিচাৰকৰ ভূমিকা লবলৈ বাধ্য হওঁ।

আমাৰ জীৱনটোয়ে এটা পৰীক্ষা। দৈনন্দিন জীৱনৰ হেজাৰ সমস্যা সমাধানৰ বাবে আমাৰ বিচাৰ বুদ্ধিৰ প্ৰয়োজন। সঁচা-মিছা, ন্যায়-অন্যায়, কৰণীয় আৰু অকৰণীয়ৰ বিচাৰ কৰাৰ ক্ষমতা যাৰ নাই— সি মানুহ নহয়; মানুহ হব নোৱাৰে।

যুক্তি-তৰ্ক আৰু বিচাৰ-বিবেচনাই আমাক মানুহ হবলৈ শিকায়। জীৱনৰ সত্যক সঁকিয়াই দিয়ে। জীৱনৰ বাটত লগ পোৱা মানুহবোৰৰ চৰিত্ৰৰ প্ৰকৃত মূল্যায়ন কৰিবলৈ আমাৰ অভিজ্ঞতাৰ প্ৰয়োজন। প্ৰয়োজন উদাৰতা আৰু নিৰপেক্ষতাৰ।

খং, অপমান আৰু বেদনাত মই জৰ্জৰিত হৈ পৰিছিলো। লাজত মৰি যাওঁ—মৰি যাওঁ যেন লাগিছিল। ভয়ত মই দেউতাৰ সৈতে মুখামুখি হব পৰা নাছিলো। মোক দেখিলেই যেন দেউতাই কিবা কব; গালি পাৰিব। বায়ত্তবোৰৰ কোনোবা কোনোবাক চাবুকেৰে কোবোৱাৰ দৰে মোকো কোবাব।

সেই কাৰণেই হবলা প্ৰধান শিক্ষক চৌধুৰী চাৰৰ প্ৰতি কিবা এটা আক্ৰোশত মোৰ মন বিষাই উঠিছিল। দেউতাই নাজানে; কিন্তু মই জানো: দেউতাইতে ভবাৰ দৰে মই চোকা ল'ৰা নহয়। সেইবুলি ফেল কৰিম বুলি ভবা নাছিলো। প্ৰধান শিক্ষক চৌধুৰী চাৰে হিংসা আৰু ইচ্ছা কৰি মোক প্ৰমোচন দিয়া নাছিল।

সেইটোয়ে আছিল মোৰ বদ্ধমূল ধাৰণা।

কিন্তু ?

মোৰ অকৃতকাৰ্য্যতাৰ বাবে অকল প্ৰধান শিক্ষকেই জানো দায়ী ? তেখেতে আমাৰ ক্লাছ নাপায়: নপঢ়ুৱায়। কোনো দিনে আমাক পঢ়ুওৱা নাই। তদুপৰি প্ৰধান শিক্ষক হৈ আমাৰ স্কুললৈ অহাবো সৰহ দিন হোৱা নাই। পূজাৰ বন্ধ খোলাৰ পিচত অৱসৰ পোৱা আগৰজন শিক্ষকৰ ঠাইত নতুনকৈ আহিছে। এদিন নে দুদিন নাথোন আমাৰ শ্ৰেণীলৈ গৈছিল। দুই এটা প্ৰশ্ন সুধিছিল। প্ৰধান শিক্ষকে কেতিয়াবা কাৰোবাৰ ক্লাছ চায়। চোৱাটো নিয়ম। আগৰজনেও চাইছিল। চৌধুৰী চাৰ প্ৰধান শিক্ষক হৈ অহাৰ পিচত আমাৰ দৰে আনবোৰ শ্ৰেণীলৈও গৈছিল। প্ৰত্যেক ক্লাছৰ পৰিচন পোৱা ল'ৰা কেইজনক থিয় কৰাই চিনাকি হৈছিল। কিবা কিবি প্ৰশ্ন সুধিছিল।

সেই কাৰণে মোৰ সন্দেহ হৈছিল। আচৰিতো হৈছিলো। মই যে চোকা ল'ৰা নহয়—পঢ়া শুনাত কেঁচা—চৌধুৰী চাৰে সেই কথা জনাৰ উপায় নাই। শিক্ষক অথবা আমাৰ শ্ৰেণীৰ কোনোবা ছাত্ৰই নকলে তেখেতে জানিব কেনেকৈ? আৰু সেই কাৰণেই পৰীক্ষাৰ সময়ত সৰুকণ আৰু কদাইৰ মাজৰ পৰা মোক আঁতৰাই নি অকলশৰীয়াকৈ বহিবলৈ দিছিল চাগে।

সাপৰ বিষ আৰু মনৰ সন্দেহ! দুয়োটায়ে একে; সমপৰ্য্যায়ৰ। বিষাক্ত। সন্দেহে মানুহক বলিয়া কৰে। সঁচা মিছা বিচাৰ কৰাৰ ক্ষমতা নাইকীয়া কৰি পেলায়। সন্দেহ যেন ৰক্তবীজৰ বংশধৰ

সন্দেহৰ মৃত্যু নাই ; বৃদ্ধি আছে। সন্দেহৰ পাতল ডাৱৰ ক্ৰমান্বয়ে ঘন হৈ সমগ্ৰ মনৰ আকাশ ছানি ধৰে। মন অস্থিৰ আৰু বিভ্ৰান্ত কৰি তোলে। অসম্ভৱ আৰু অযুক্তিকৰ ধাৰণাবোৰো তেতিয়া সঁচা সচা যেন লাগে। বিশ্বাসযোগ্য হৈ পৰে।

কিন্তু কোনে কব পাৰে ? কোন হব পাৰে ?

ৰুদাই নে সৰুকণ ? সৰুকণ নে ৰুদাই ?

শিক্ষকসকলৰ কেৱে নকয়। আটাই কেইজনেই মোক ভাল পায় ; মৰম কৰে।

আৰু ৰুদাই ? সৰুকণ ?

সিহঁতেওতো মোক ভাল পায়। ভয় কৰে।

তেন্তে ?

মই সন্দেহমুক্ত হব পৰা নাছিলো। মিছা সন্দেহ বুলি মনক বুজনি দিব খুজি মই আৰু বেছি অধৈৰ্য্য হৈ পৰিছিলো। মন উদ্‌ভ্ৰান্ত হৈ পৰিছিল। ৰুদাই আৰু সৰুকণৰ প্ৰতি মোৰ সন্দেহ আৰু বেছি গাঢ় হৈ পৰিছিল।

আৰু ?

প্ৰতিহিংসাত মই জ্বলি পুৰি মৰিছিলো। সন্দেহশীল মনে বিচাৰিছিল প্ৰতিশোধ। মই দৃঢ়সঙ্কল্প : যেনেকৈ হওঁক এই অপমানৰ প্ৰতিশোধ মই লমেই লম।

কিন্তু কাৰ ওপৰত ?

প্ৰকৃত দোষী কোন ?

ৰুদাই নে সৰুকণ ?

দোষী নিশ্চয় এজন। হয়তোবা ৰুদাই। নহলে সৰুকণ।

আৰু হয়তোবা.. ...।

এবা, দুয়োজনোতে হব পাৰে।

পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ পিচত স্কুল আকৌ আৰম্ভ হয়।

কিন্তু কেইদিনমানলৈকে নিয়মিতভাৱে পঢ়া আৰম্ভ নহয়। ওপৰ শ্ৰেণীলৈ প্ৰমোচন পোৱা ছাত্ৰবোৰ স্কুললৈ আহে। কিতাপৰ তালিকা দিয়াৰ পিচত নতুন কিতাপ কিনে। কিছুমানে আগৰ চাম ছাত্ৰৰ পৰা পুৰণি কিতাপ আধা মূলীয়াকৈ অথবা বিনা মূলীয়াকৈ সংগ্ৰহ কৰিবলৈ যত্ন কৰে।

পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰা ছাত্ৰবোৰ নিয়মিতভাৱে পাঠ আৰম্ভ নোহোৱালৈকে স্কুললৈ নাহে। যিসকল আহে সেইসকলে বদলিৰ প্ৰমাণ পত্ৰ নিবলৈ আহে। কিছুমানে অভিভাৱকক লগত লৈ আহে। কিছুমানৰ আকৌ অভিভাৱকহে আহে। অইন স্কুললৈ বদলিৰ বাবে কাৰ্য্যালয়ৰ পৰা প্ৰমাণ পত্ৰ লয়। কেতঃবোৰ অভিভাৱকে পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰা পুতেক, ভায়েকহঁতক— এবাৰলৈ প্ৰমোচন দিয়াবলৈ দয়া কৰিবলৈ প্ৰধান শিক্ষকক খাটনি জোৰে। তেনেবোৰ ছাত্ৰৰ কাবোবাৰ মাক মৰে; দেউতাক ঢুকায়। নহলে অসুখ নতুবা আন কিবা উজুহাত দেখুৱাই পঢ়া শুনাত ব্যাঘাত হোৱা বুলি বিভিন্ন কাৰণ দৰ্শায়।

সেই কেইদিন স্কুলৰ কাৰ্য্যালয় ব্যস্ত থাকে। নতুনকৈ নাম ভৰ্তিৰ কাম আৰম্ভ হয়। শিক্ষকসকলে প্ৰধান শিক্ষকৰ সৈতে একেলগে বহি দৈনন্দিন পাঠ্য তালিকা প্ৰস্তুত কৰে।

মই পৰীক্ষাত গোট মৰা ছাত্ৰ। গতিকে ইমান সোনকালে স্কুললৈ যোৱাৰ প্ৰশ্ন নুঠে। যোৱা নাছিলো। লাজ অপমানত দেউতা, শিক্ষক আৰু সমনীয়া ছাত্ৰবোৰৰ ওচৰৰ পৰা আঁতৰি ফুৰিছিলো; লুকাই আছিলো। স্কুললৈ যাবলৈ মোৰ লাজ লাগিছিলো। কিন্তু স্কুললৈ আৰু নাযাওঁ বুলি—নপঢ়ো বুলি দেউতাক কবলৈ মোৰ সাহস হোৱা নাছিল। মাক কেবাদিনো কৈছিলোঃ এইখন স্কুললৈ মই আৰু নাযাও মা। যাবলৈ লাজ লাগে। গৈ লাভো নাই। প্ৰধান শিক্ষক চৌধুৰী চাৰ থাকে মানে মই পাছ কৰিব নোৱাৰিম। পাছ কৰাই নিদিয়ে। পৰীক্ষাত

মই পাছ কৰিছিলো। হিংসা কৰিহে মোক ফেল কৰাই ৰাখিছে।

: হেডমাষ্টৰে তোক হিংসা কৰাৰ নিশ্চয় কিবা কাৰণ থাকিব লাগিব। নহলে হিংসা কৰিব কেলেই? কিবা দোষ কৰিছিলি হবলা?

মাৰ প্ৰশ্ন।

মই কি উত্তৰ দিম ভাবি পোৱা নাছিলো।

এবা হয়তোন। হেডমাষ্টৰে মোক হিংসা কৰিব কিয়? হিংসা কৰাৰ কাৰণ কি বাৰু?

ভাবি ভাবি কাৰণ এটা বিচাৰি পাইছিলো। নিশ্চয় সেইটোৱে সঁচা।

হঠাতে কদাই আৰু সৰুকণৰ ওপৰত মোৰ আক্ৰোশ বাঢ়ি গৈছিল। মাক কৈছিলো: কদাই আৰু সৰুকণে মোৰ বিৰুদ্ধে হেডমাষ্টৰক কিবাকিবি কথা লগাইছে মা। দেউতাই সিহঁতৰ খেতিৰ মাটি নীলামত দিছিল। সেইকাৰণে মোক দেখিব নোৱাৰে। ভাল নাপায়।

মাই সঁচা বুলি ভাবিছিল। দেউতাই কাৰ মাটি কেতিয়া নীলামত দিছিল বেচেৰীয়ে একো নাজানে।

গতিকে সঁচা বুলি ভাবিবই। পুতেকে মাকক মিছা কথা কবনে কিবা? নকয়।

কিন্তু কদাই আৰু সৰুকণহঁতৰ নীলামত দিবলৈ মাটি নায়েই। মই সাজি কৈছিলো। কদাইহঁতে মোক হিংসা কৰাৰ কিবা কাৰণ এটাতো দৰ্শাব লাগিব। নহলে মাই বিশ্বাস কৰিব কিয়?

প্ৰতিহিংসাই মানুহক পশুলৈ ৰূপান্তৰিত কৰে। মনুষ্যত্ব কাঢ়ি নিয়ে। মই অধৈৰ্য্য, চঞ্চল হৈ উঠিছিলো। ব্যস্ত হৈ পৰিছিলো। সেই ব্যস্ততা প্ৰতিহিংসাৰ। প্ৰতিশোধ লোৱাৰ চেলু বিচাৰি মন উদ্‌ভ্ৰান্ত হৈ পৰিছিল। ৰাতিও মোৰ টোপনি অহা নাছিল।

ৰামসিঙক কলে—ৰুদাই আৰু সৰুকণক ধৰি আনি হয়তো ভালকৈয়ে বেতাব। সিহঁতৰ পিঠিত চাবুক মাৰিব। কিন্তু সি যদি দেউতাক কৈ দিয়ে? দেউতাৰ অনুমতি বিচাৰে?

ওহো, ৰামসিঙক কব নোৱাৰি। নকওঁ। মই নিজে কিবা এটা ব্যৱস্থা কৰিম। তাৰ বাহিৰে আন উপায় নাই।

অৱশেষত সিদ্ধান্ত এটা লৈছিলো।

স্কুললৈ যোৱা বাটটোৰ কেকুৰিটোৰ ওচৰতে জাৰণি এখন আছে। দৰাচলতে জাৰণি নহয়—কাৰোবাৰ এৰা বাৰী। সেই এৰা বাৰীখনত লুকাই থাকিম। সুযোগ পালেই স্কুলৰ পৰা উভতি অহা ৰুদাই আৰু সৰুকণৰ নেলুত টিপি ধৰিম। সিহঁতে মোক একো কৰিব নোৱাৰে। মোৰ ওপৰত প্ৰতিশোধ লবলৈ সিহঁতৰ কেও নাই। ৰুদাইৰ মাক আছে; দেউতাক নাই। বিধৱা মাকজনীয়ে কটনা কাটি—আনৰ পথাৰত বোকা কই, ধান দাই কোনোমতে ভাত মুঠি মোকোলায়। ৰুদায়ে মাৰ খাই গৈ মাকক কলেও—মাকে মোক একো কৰিব নোৱাৰে; দেউতাৰ ওচৰত গোচৰ দিয়াৰ সাহস নাই। দেউতাৰ ওচৰলৈ আহিবলৈ ভয় কৰে।

আৰু সৰুকণ?

সৰুকণৰ দেউতাক আছে। কিন্তু বেমাৰী। বাত বিষটোয়ে উক দিলে বিছনাৰ পৰা উঠিব নোৱাৰে। কেবাদিনলৈকে কেঁকাই-কেঁকাই পৰি থাকে। আধি লৈ আমাৰে কেই হালিচামান মাটিত খেতি কৰে। দেউতাক দেখিলে বাঘ দেখাৰ দৰে দূৰতে পলায়। কেতিয়াবা হঠাতে ভেটাভেটী হলে হাতযোৰ কৈ কঁপি কঁপি দেউতাৰ ওচৰত আঠু লয়। গতিকে পুতেকে মাৰ খালেও মা-দেউতাক সকিয়াবলৈ নাহে। সিমান সাহস নাই।

এদিন, দুদিন, তিনিদিন।

সুযোগ বিচাৰি এৰা বাৰীখনৰ মাজত সোমাই মই কেবাদিনো খাপ লৈছিলো। পিচে সুযোগহে পোৱা নাছিলো। স্কুল ছুটীৰ

পিচত সিহঁত দুজন এৰা বাৰীখনৰ কাষেৰেই পাৰ হৈ গৈছিল। এজাক ল'ৰাৰ সৈতে হাঁহি ধেমালি কৰি ঘৰলৈ উভতি যোৱা ৰুদ্দাই আৰু সৰুকণক দেখি মোৰ খং উঠিছিল। ভাৱ হৈছিল: সিহঁতে বোধহয় মোৰ গোপন অভিসন্ধিটোৰ কথা জানিছে। কেনেবাকৈ গম পাইছে।

কিন্তু কেনেকৈ?

মইচোন কাকো একো কোৱা নাই। জনোৱা নাই। মোৰ অভিসন্ধিৰ কথা কেৱে নাজানে। তেনেহলে ৰুদ্দাই আৰু সৰুকণে সদায় এজাক ল'ৰাৰ সৈতে দল বান্ধি ফুৰে কিয়?

ৰাতিৰ এন্ধাৰত আমি বহুত কথা ভাবো। বহুতো সমস্যা সমাধানৰ সিদ্ধান্ত লওঁ। তেতিয়া সেইটোকে সহজ পথ যেন লাগে। সহজসাধ্য বুলি অনুমান হয়।

কিন্তু দিনৰ পোহৰত সেই সিদ্ধান্তবোৰচোন কিবা খেলি-মেলি-গন হৈ যায়। সহজসাধ্য আৰু সম্ভৱপৰ যেন লগা কামবোৰো দেখোন কঠিন আৰু অসম্ভৱ হৈ পৰে। সিদ্ধান্তবোৰ ভুল, হাস্যকৰ আৰু অবাস্তৱ যেন লাগে।

ৰাতি শুই শুই ভাবিছিলো: ৰুদ্দাই আৰু সৰুকণৰ ওপৰত প্ৰতিশোধ লবলৈ—সিহঁতৰ নেলুত টিপি ধৰিবলৈ মোৰ বিশেষ একো অসুবিধা নহয়। এহাত ডেড়হাত মান দীঘল টাঙোন এডাল লৈ এৰা বাৰীখনত মই লুকাই থাকিম। স্কুলৰ পৰা উভতি অহা ৰুদ্দাইক পিচফালৰ পৰা কলাফুলত টঙনিয়াই বগৰাই দিম। তাৰপিচত নেলুত টিপি ধৰিম। সেই একে ব্যৱস্থাৰে আন এদিন বগৰাই দিম সৰুকণক।

কামটো যেন ইতিমধ্যে কৰি অতাইছো—মোৰ তেনে এটা ভাব হৈছিল। ৰুদ্দাই অকলে অকলে স্কুলৰ পৰা ঘৰলৈ উভতি আহিছে। তাৰ বাওঁ কাষলতিৰ তলত কেইখনমান কিতাপ আৰু এজাপ বহী।

এখোজ দুখোজ কৈ আগবাঢ়ি সি এবা বাৰীখন পাইছিলহি। তাৰ পিচত বাৰীখন চেৰাই যাব খুজিছিল। ঠিক সেই মুহূৰ্ত্তে হিংস্ৰ বাঘৰ দৰে পিচফালৰ পৰা মই তাৰ গাত জপিয়াই পৰিছিলো। হাতৰ টাঙোন ডালেৰে দুয়োটা কলাফুলত উধাই মুধাই কোবাইছিলো। 'আই ঔ—মৰিলো ঔ' বুলি অজ্ঞান হৈ সি মাটিত ঢলি পৰিছিল। কাষলতিৰ তলত চেপি ৰখা কিতাপ-বহীবোৰ দূৰত চিটিকি পৰিছিল। মই সেইবোৰ গুৰিয়াই-লঠিয়াই আঁতৰি আহিছিলো। হাতৰ টাঙোনডাল এবা বাৰীখনলৈ দলিয়াই দিছিলো। ৰুদাই তেতিয়াও অজ্ঞান হৈ মাটিত পৰি আছিল। নাকে-মুখেৰে বৈ আহিছিল এসোপামান তেজ।

মই আঁতৰি আহিছিলো। মোক কেৱে দেখা নাই।

তাৰ পিচদিনা।

ৰুদাই স্কুললৈ অহা নাছিল। আহিব নোৱাৰে। গাৰ বিষত কেঁকাই কেঁকাই বিছনাতে পৰি আছিল। মাকজনীয়ে কান্দি কান্দি ঘাবোৰত ধন-দৰৱ বান্ধি দিছিল।

স্কুল ছুটীৰ পিচত সৰুকণ অকলে ঘৰলৈ উভতিছিল। আৰু মই?

আগদিনাখন ৰুদাইৰ গাত জপিয়াই পৰাৰ দৰে সৰুকণৰ গাতো জপিয়াই পৰিছিলো। সি মাটিত বাগৰি পৰিছিল।

কিন্তু দিনৰ পোহৰত সেই আটাইবোৰ ব্যৱস্থা ওলট-পালট হৈ গৈছিল। মই ভবাৰ দৰে সিহঁত অকলে অহা নাই। এবা বাৰী-খনৰ পৰা ওলাই মই সিহঁতৰ পিঠিত জপিয়াই পৰাৰ সুযোগ পোৱা নাছিলো।

ব্যৰ্থ হলেও ধৈৰ্য্য হেৰুওৱা নাছিলো।

মনক বুজনি দিছিলো: সিহঁতে কিমান দিন তেনেদৰে একেলগে দল বান্ধি অহা যোৱা কৰিব? এদিন নহয় এদিন—অকলশৰীয়াকৈ লগ পামেই। তেতিয়া?

মাৰ্চ মাহ।

বতৰ খৰাং। ফাগুণৰ পথাৰত সোণালী ৰ'দ। দূৰৰ শিমলু, কেইজোপাত জুই জ্বলিছিল। মদাৰ ফুলবোৰ তেজ ৰঙা হৈ ফুলিছিল। কুলিয়ে কাৰোবাক ইনাই বিনাই মাতিছিল।

কুলিৰ মাতটো শুনিলে মনবোৰচোন কিবা ৰিঙা ৰিঙা যেন লাগে।

দুপৰীয়া।

দেউতা ঘৰত নাছিল। মই এনেয়ে ঘূৰি ফুৰিছিলো। কোনো উদ্দেশ্য নাই। দেউতা নথকা সময়খিনিত মই একছত্ৰী সম্ৰাট। মোক হকা-বধা কৰিবলৈ কোনো নাই। কলৈ যাওঁ, কি কৰো— মাই ভূ নাপায়।

বেচেৰী সহজ সৰল মাতৃ। লেখা-পঢ়া নাজানে। গতিকে ইংৰাজী পঢ়া, ইংৰাজী জনা পুত্ৰেকৰ ওপৰত অভিভাৱকত্ব কৰাৰ কথা ভাবিবই নোৱাৰে। মাৰ মনত মই জনা বুজা ল'ৰা। মোৰ মুখত ইংৰাজী আখৈ ফুটাৰ দৰে ফুটে।

পানী খোৱা ছুটী হবলৈ তেতিয়াও বহুত সময় বাকী। হাতত অফুৰন্ত সময়। টাউনলৈ যোৱা দেউতা সন্ধিয়াৰ আগে আগে আহি ঘৰ নাপায়। কদাই আৰু সৰুকণৰ বাবে খাপ লোৱাৰ বাহিৰে মোৰ হাতত আন কাম নাছিল। তাৰ বাবে বহু সময় আছে। স্কুল ছুটী হব আবেলি। তেতিয়া মানে দ্বিতীয় পিৰিয়ড আৰম্ভ হোৱাই নাছিল কিজানি।

ফাগুণ মাহৰ পুৱা-গধূলিবোৰ চেঁচা। কিন্তু দুপৰীয়াৰ ৰ'দটো চোকা। উদ্দেশ্যহীনভাৱে ঘূৰি ফুৰি মোৰ ভাগৰ লাগিছিল। বাটৰ কাষৰ কৰৈ গছ-জোপা পাৰ হৈ ওচৰতে থকা জুৰি গছ-জোপাৰ তললৈ আগবাঢ়ি গলো। আওঁ পুৰণি গছ। শাখা-প্ৰশাখা মেলি ভালেমান ঠাই আগুৰি আছে। তলখন জুৰ। মাটিৰ ওপৰত ওলাই থকা শকত শিপা এডালত বহি পৰিলো।

কুলিৰ মাত মিঠা। নির্জন দুপৰীয়া দূৰৈৰ পৰা ভাঁহি অহা মাতটো আৰু বেছি মিঠা লাগে। মাতটো অনুসৰণ কৰি দৃষ্টি ঘূৰাই চালো। নাই, চৰাইজনী চকুত নপৰিল। ক'ৰবাত পাতৰ আঁৰত লুকাই বৈ বৈ মাতিছে।

মোৰ সন্ধানী দৃষ্টিয়ে গৈ পথাৰৰ মাজৰ শিমল কেইজোপাত খোপনি পুতি ৰ'ল।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰো। মই কিজানি তন্ময় হৈ পৰিছিলো।

হঠাৎ মই উচপ্ খাই উঠিলো। কাৰোবাৰ হাতৰ স্পৰ্শত পিচলৈ উভতি চালো।

হে ভগৱান! এয়াচোন ৰুদাই।

ওচৰত কোনো নাই। দুপৰীয়াৰ নির্জন আলিবাট। চাৰিওফালে বহল নির্জন পথাৰ; শুকান নৰাণি। এয়াইতো সোণালী সুযোগ। কঁকালত কোব খোৱা ফেটী সাপে ফেট তুলি উঠাৰ দৰে বহাৰ পৰা মই একে জাপে থিয় হৈ পৰিলো।

কিন্তু এয়া মোৰ কি হ'ল?

হাত-ভৰিবোৰচোন হঠাতে জঠৰ হৈ পৰিল। কিবা দুবল দূৰ্বল যেন লাগিল। মই কঁপিছিলো কিজানি। কঁপা কঁপা মাতেৰে সুধিব খুজিছিলো: তই? ৰুদাই?

কিন্তু সুধিব নোৱাৰিলো। মাত নোলাল। ডিঙিটো শুকাই খৰ্‌খৰীয়া হোৱা যেন লাগিল। পিয়াহত যেন মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল।

সৰুতে আইতাই কোৱা কথাষাৰলৈ মনত পৰিল। গাঁৱৰ বুঢ়া-মেথাবোৰে কোৱা কথাষাৰ তেনেহলে সঁচা নেকি?

তাহানি আইতাই কৈছিল: ভৰ দুপৰীয়া আৰু ফুট গধূলি ভূত-প্ৰেতবোৰ এৰা বাৰীৰ পৰা ওলাই ঘূৰি ফুৰে। অকলশৰীয়াকৈ পালে চিনাকি মানুহৰ ৰূপ লৈ ল'ৰা-ছোৱালীবোৰক নির্জন ঠাইলৈ মাতি নি

কিলাই ভুকুৱাই মাৰি পেলায়। ভূতে পোৱা ল'ৰা-ছোৱালীবোৰ হেনো তেজ বতিয়াই মৰে।

তেন্তে ৰুদাই—ৰুদাই নহয় নেকি? কোনোবা ভূত-প্ৰেতে ৰুদাইৰ ৰূপ লৈ আহিছে?

ভয় আৰু সন্দেহত মোৰ অণ্ঠ কণ্ঠ শুকাই গ'ল।

ৰুদায়ে মোক কিবাকিবি প্ৰশ্ন কৰিছিল হবলা। সুধিছিল। কিন্তু কি সুধিছিল বুজি পোৱা নাছিলো। এষাৰ কথা মাথোন বুজি পাইছিলো: মোক হেডমাষ্টৰে মাতিছে।

মই ৰুদাইক অনুসৰণ কৰি আগবাঢ়ি গলো।

কেকুৰিটো চেৰাই কেই নলমান দূৰত বাটৰ দাঁতিত থিয় হৈ থকা কেন্দুজোপাৰ তলেৰে পাৰ হৈ যাওঁতে মনত পৰিল: কেন্দু গছত হেনো ভূত থাকে।

তাহানি কোনোবাই কৈছিল: কেন্দু গছৰ তলেৰে যাবলগীয়া হলে ৰাম নাম লব লাগে। ভূত-প্ৰেতে আসৈ নাপায়।

মনৰ ভিতৰতে তিনিবাৰ ৰাম নাম আওঁৰাই কেন্দু গছজোপা চেৰাই গলো।

গছ-জোপা পাৰ হৈ যোৱাৰ পিচত মনলৈ সাহস আহিছিল। ৰুদাইৰ প্ৰতি মোৰ সন্দেহ কমি আহিল। ৰুদাই কিজানি সঁচাকৈয়ে ৰুদাই; ভূত নহয়। ভূতৰ ছাঁ হেনো মানুহে দেখা নাপায়। নেদেখে। কিন্তু ৰুদাইৰ গাৰ ছাঁ মই দেখিছো। দুপৰীয়াৰ বেলিৰ ছাঁ-চুটী।

দূৰত স্কুল ঘৰটো চকুত পৰি বুকুখন চিৰিংকৈ উঠিল। হেডমাষ্টৰে কেলেইবা মোক মাতি পঠিয়াইছে? কব নেকি: তোমাক সপ্তমমান শ্ৰেণীলৈ প্ৰমোচন দিয়া হৈছে। কাইলৈৰ পৰা স্কুললৈ আহিবা।

কথাষাৰ ভাবি ভাল লাগিছিল যদিও হঠাত মনটো কোঁচ খাই গ'ল; সেমেকি পৰিল। ভয়ত বুকুখন কঁপি উঠিল। তেনেদৰে মোক মাতি পঠোৱাৰ কাৰণ কি হব পাৰে—মই বুজি পাইছিলো। মোৰ অনুমানটোয়ে হয়তো সঁচা। মোৰ গোপন অভিসন্ধিৰ কথা

হেডমাষ্টৰে নিশ্চয় গম পাইছে। হয়তোবা কদাইহঁতে কৈছে। কদাইহঁতে মোক সন্দেহ কৰিছে। মোৰ অভিসন্ধিৰ কথাটো জানে। তদুপৰি দেউতাই হেডমাষ্টৰক আমাৰ ঘৰত সিদিনা অপমান কৰিছিল। আজি এইটো চেলু লৈয়ে মোৰ ওপৰত পোতক তুলিব। স্কুলৰ আটাইবোৰ ছাত্ৰ আৰু শিক্ষকৰ সন্মুখতে ৰাজেনক বেত দিয়াৰ দৰে মোকো বেতাব।

হেডমাষ্টৰ চৌধুৰী স্কুললৈ অহাৰ বেছি দিন হোৱা নাই। নতুনকৈ আহিছে। কিবা এটা অপৰাধত এইজন চাৰেই ৰাজেনক এদিন বেত দিছিল। পাঁখৰী বেতৰ কোব খাই ৰাজেনে সিদিনা চেঙেলি মাছৰ দৰে জপিয়াইছিল। প্ৰত্যেকটো কোব খোৱাৰ পিচতে সোঁ হাতখন কোচ খুৱাই নি জোকাৰিছিল। বাওঁ হাতখনেৰে সি তাৰ সোঁহাতখন মোহাৰিছিল। যন্ত্ৰণাত দেদাউৰি পাৰি চিঞৰিছিল। এটা দুটা নহয়। লেখি লেখি পাঁচ বেত দিয়াৰ পিচত ওচৰত থিয় হৈ থকা চকিদাৰ উমাৰ হাতত বেতডাল ওভোতাই দি চৌধুৰী চাৰ বাৰাণ্ডাৰ পৰা ভিতৰলৈ সোমাই গৈছিল। অফিচ ৰুমৰ সন্মুখৰ পথাৰখনত জুম পাতি থিয় হৈ থকা আটাইবোৰ ছাত্ৰ আৰু শিক্ষক নিস্তব্ধ। কাৰো মুখত মাত নাই। কোনো এজন শিক্ষকে প্ৰতিবাদ কৰা নাছিল। হকা বাধা কৰাৰ সাহস কাৰো নহল। বেতৰ কোব খাই মাটিত বহি পৰা ৰাজেনৰ হাতৰ তলুৱা ফাটি বৈ অহা তেজবোৰ দেখি আমি শিহঁৰি উঠিছিলো। ভয়ত কঁপিছিলো। মৰি গলেও দুষ্টামি নকৰো বুলি মনতে সঙ্কল্প লৈছিলো।

কান্দি কান্দি ঘৰলৈ উভতি যোৱা ৰাজেনৰ বহী কিতাপবোৰ সি বহা ডেস্কখনৰ ওপৰতে পৰি ৰ'ল। লৈ যাবলৈ বেচেৰাৰ আৰু ধৈৰ্য্য নহ'ল। স্কুল ছুটিৰ পিচত ভূঞা চাৰেহে বহী কিতাপবোৰ ৰাজেনক দি আহিবলৈ নাও ৰামৰ হাতত ঘৰলৈ দি পঠিয়াইছিল।

তাৰ পিচত ৰাজেনক স্কুললৈ অহা আৰু দেখা নাই। সি স্কুললৈ নাহিল। বেতৰ কোব খাই ছাল ছিঙি তেজ ওলোৱা হাতৰ তলুৱাৰ

ঘা শুকাইছিল নে নাই নাজানো। সিদিনাৰ পিচত ৰাজেনক আৰু লগ পোৱা নাই।

স্কুললৈ মাতি নি মোকো যদি তেনেদৰে বেতায়? মইচোন লাজত মৰি যাম। স্কুলৰ আটাইবোৰ শিক্ষক আৰু ছাত্ৰই মোৰ অভিসন্ধিটোৰ কথা জানিব। হেডমাষ্টৰে শাস্তি দিয়া আটায়ে দেখিব। সকলোৰে সন্মুখত ৰাজেনৰ দৰে মোকো বেত দিব। তাতকৈ ডাঙৰ লাজ আৰু অপমান একো নাই।

কথাষাৰ ভাবি চট্‌ফটাই উঠিছিলো। শাৰীৰিক যন্ত্ৰণাতকৈও মানসিক যন্ত্ৰণাৰ তাড়নাত মই অস্থিৰ হৈ পৰিলো। দেহ মন কঁপি উঠিল।

মই কি কৰিম? কি কৰা উচিত? ৰুদাইৰ পিচে পিচে হেডমাষ্টৰৰ ওচৰলৈ যাম নে ঘৰলৈ উভতি আহিম? ঘৰলৈ উভতি গলে হেডমাষ্টৰে মোক একো কৰিব নোৱাৰে।

অৱশেষত ঠিৰাং কৰিছিলো: মই আৰু আগবাঢ়ি নাযাওঁ। ঘৰলৈ উভতি যাম। মই যাব খুজিলে—ৰুদায়ে মোক টানি চোঁচৰাই নিব নোৱাৰে।

এবাৰ ভাবিছিলো: ৰুদাইক ঘুচিয়াই নাক মুখ চেপেটা কৰি দিম নেকি? তাৰ পিচে পিচে আহিবলৈ মোক কিহে পাইছিল?

কিন্তু?

হঠাতে মই সচেতন হৈ পৰিছিলো।

হে ভগবান! এয়া মই কি দেখিছো?

জালত পৰা পছুৰ দৰে মোৰ হাত ভৰিবোৰ যেন বান্ধ খাই গৈছিল। মই বন্দী হৈ পৰিছিলো। কথাবোৰ ভাবি আহোতে কেতিয়া স্কুলঘৰৰ চৌহদত সোমাই পৰিছিলো গমেই নাপালো। ৰুদাইৰ নাক মুখ ঘুচিয়াই চেপেটা কৰাৰ প্ৰশ্ন তেতিয়া উঠিবই নোৱাৰে। আনকি ঘৰলৈ উভতি অহাৰ সুযোগো নাছিল। ঘৰলৈ উভতি আহিব খুজিলে বাকীবোৰ ছাত্ৰই মোক ধৰি পেলাব। পলাব

খুজিছো বুলি জানিলে হেডমাষ্টৰে চকিদাৰৰ হতুৱাই মোক ধৰাই টানি চোঁচোৰাই নিব।

নিৰুপায় হৈ মই আগবাঢ়ি গলো। হেডমাষ্টৰ বহা কোঠালীটোত সোমাই অসহায়ভাৱে থিয় হৈ ৰলো। সন্মুখলৈ মূৰ তুলি চোৱাৰ সাহস নহল। ভৰি দুখন থক্ থক্কৈ কঁপিছিল। ভাব হৈছিলঃ মই যেন পৰি যাম।

পিচলৈ উভতি চালো। কোনো নাই। মোক হেডমাষ্টৰৰ কোঠালীত সুমুৱাই দি আঁতৰি গৈছে।

আটাইবোৰ ছাত্ৰ ইতিমধ্যে চাগে শ্ৰেণীৰ পৰা ওলাই আহি বাৰাণ্ডাত থিয় হৈছেহি। মোক কি শাস্তি দিয়ে—তাকে চাবলৈ জুম পাতিছে। হয়তো অলপ পিচতে হেডমাষ্টৰে চকিদাৰক মাতি আনিব। আটাইবোৰ শিক্ষক আৰু ছাত্ৰক কাৰ্য্যালয়ৰ সন্মুখৰ পথাৰখনত গোট খাবলৈ আদেশ দিব।

তাৰ পিচত?

মোৰ উশাহ-নিশাহ বন্ধ হৈ যোৱা যেন লাগিছিল। চকুৰে ধোঁৱা কোৱা দেখিছিলো। অস্পষ্ট দৃষ্টিৰে দেখিছিলোঃ হেডমাষ্টৰ চৌধুৰী বহি থকা চকিখনৰ পৰা উঠি চকুৰ আলমাৰীটোৰ ওচৰলৈ যেন আগবাঢ়ি গৈছে। শকত শকত কিতাপেৰে ঠাই খাই থকা আয়নাৰ আলমাৰীটোৰ ওপৰত থিয় কৈ বেৰত আওজাই থোৱা পাথৰী বেতডাল হাতত লৈছে।

মোৰ এনেহে লাগিছিল মই যেন পৰি যাম। থিয় হৈ থকাৰ শক্তি নাই। ভৰি দুখন যেন অত্যন্ত দুৰ্বল। মূৰটো আচন্দ্ৰাই কৰি দিছে।

লৰালৰিকৈ ওচৰৰ চকিখনত ধৰি কোনোমতে থিয় হৈ ৰলো।

## ॥ তিনি ॥

একোটা বিশেষ মুহূৰ্তই কেতিয়াবা আমাক বৰ বেয়াকৈ প্ৰতাৰণা কৰে। লাজ লগাকৈ প্ৰতাৰিত হওঁ। সেই মুহূৰ্তত আমাৰ সকলো অহঙ্কাৰ, দৰ্প চূৰ্ণ-বিচূৰ্ণ হৈ যায়। তেতিয়া পুৰুষো কাপুৰুষ হৈ পাৰে।

মোৰো সেয়ে হৈছিল।

হেডমাষ্টৰ চৌধুৰী চাৰৰ সন্মুখত সিদিনা মই—মই হৈ থিয় হব পৰা নাছিলো। দুৰ্দান্ত প্ৰতাপী মৌজাদাৰ কাঞ্চণজ্যোতি বৰুৱাৰ ল'ৰা মই যেন—মই নহয়। এজন সাধাৰণ ছাত্ৰ। মোৰ কোনো বিশেষত্ব নাই। সকলো অহঙ্কাৰ মোৰ চূৰ্ণ-বিচূৰ্ণ হৈ গৈছিল। আৰু অকণমান বেলি হোৱা হলেই মই কিজানি অজ্ঞান হৈ মাটিত ঢলি পৰিলোহেঁতেন।

কিন্তু নপৰিলো। কথমপি থিয় হৈ ৰলো।

নিশ্চিত বজ্ৰাঘাতৰ প্ৰতীক্ষাৰত জনৰ কোনোবাই বজ্ৰাঘাতৰ পৰিবৰ্তে পুষ্পমালা পিন্ধোৱাৰ আনন্দ জীৱনত কেতিয়াবা পাইছে নে নাই মই নাজানো। কিন্তু মই পাইছিলো। সেই আনন্দৰ বৰ্ণনা নাই। বৰ্ণাব নোৱাৰি।

কাণ দুখনৰ ওপৰতে মোৰ বিশ্বাস হেৰাই গৈছিল।

"তোমাক প্ৰমোচন কিয় দিয়া নাই—জানা পৰাশ?"

চাৰে মোক সুধিছিল।

কিন্তু মই উত্তৰ দিব পৰা নাছিলো। উত্তৰ দিয়াৰ ধৈৰ্য্য আৰু

সাহস নাছিল। নিশ্চিত অপমান আৰু বেত্ৰাঘাতৰ ভয়ত মোৰ অষ্ঠ-কণ্ঠ তেতিয়া শুকাই গৈছে।

"তুমি যিমান কেঁচা ল'ৰা বুলি ভাবিছা—আচলতে সিমান কেঁচা নোহোৱা। তোমাৰ বুদ্ধি আছে। যত্ন কৰিলে পৰীক্ষাত ভাল কৰিব পাৰিবা। কিন্তু এইখন স্কুলত থাকিলে কোনো দিনেই ভাল ৰিজাল্ট কৰিব নোৱাৰিবা।"

চাৰ কোৱাৰ পৰা থমকি ৰ'ল। তেখেতে কি কব খুজিছিল বুজি পোৱা নাছিলো। কিবা এটা চেলু লৈ মোক শাস্তি দিয়াৰ প্ৰস্তুতি কৰিছে নেকি ?

প্ৰস্তৰ মূৰ্ত্তিৰ দৰে মই একোভাবেই থিয় হৈ ৰলো।

"দেউতাৰাক কৈ অইন স্কুললৈ ট্ৰেন্স্‌ফাৰ লৈ যোৱা।"

চৌধুৰী আকৌ ৰৈ গৈছিল।

মই নীৰৱ হৈ ৰলো। ইতিমধ্যে মই যথেষ্ট সুস্থিৰ হৈ পৰিছো। মনলৈ সাহস ফিৰি আহিছিল।

তাৰ পিচত বহু সময়ৰ নীৰৱতা। এবাৰ মূৰ তুলি চাৰৰ মুখলৈ চালো। চকু-মুখত এটা মৰম কোমল চাৱনি। দৃষ্টিত অপত্য স্নেহৰ জিলিকণি। ইমান দিনে দেখি অহা এইজন হেডমাষ্টৰ যেন চৌধুৰী চাৰ নহয় ; অপত্য স্নেহত দুৰ্বল এজন পিতৃ।

"যোৱা, দেউতাৰাক কৈ ট্ৰেন্স্‌ফাৰ লবলৈ যত্ন কৰিবা।"

মই আঁতৰি আহিব খুজিছিলো। কিন্তু চাৰে ৰবলৈ কলত আকৌ ৰৈ দিলো।

"অ' শুনা, দেউতাৰাক কবা ঃ মই ইয়াত আৰু সৰহ দিন নাথাকো। এইখন স্কুলৰ পৰা যাম গৈ। মই থকা হলে তোমাক অইন স্কুললৈ যোৱাৰ কথা নকলোহেঁতেন।"

"ক'লৈ যাব চাৰ ? ইয়াত নাথাকে কিয় ?" সুধিছিলো।

তেনেদৰে চাৰক সুধিবলৈ হঠাতে কেনেকৈ সাহস পাইছিলো কব নোৱাৰো। কিন্তু সুধিছিলো।

মোৰ প্ৰশ্ন শুনি তেখেতে মিচিকিয়াই হাঁহিছিল। তাৰ পিচত বহাৰ পৰা থিয় হৈ কৈছিল: অইন স্কুললৈ যোৱাৰ কথা ভাবিছো। কিন্তু যাব পাৰিম বুলি আশা কৰা নাই। ইমান সোনকালে বদলিৰ আদেশ নাপাম হবলা। কিন্তু সৰহ দিন মই অপেক্ষা কৰিব নোৱাৰো। গতিকে……।"

আধা কোৱা কৈ বৈ যোৱা চাৰৰ মাতটো বোধহয় সেমেকি পৰিছিল। শেষলৈ কথাবোৰ থোকা-থুকি হৈ অহা যেন মোৰ অনুমান হৈছিল।

"তেনেহলে কি কৰিব খুজিছে চাৰ?"

"আন উপায় আৰু নাই। গাঁৱলৈ গৈ খেতি কৰিম। অৱশ্যে খেতি কৰিবলৈ অসুবিধা এটা হব। কাৰণ: প্ৰয়োজনীয় জোখাৰে আমাৰ খেতিৰ মাটি নাই। আধি চকুনি লোৱাৰ কথা ভাবিছো।"

"তেনেহলে স্কুল এৰি নাযাব চাৰ। দুখীয়া মানুহেহে খেতি কৰে।"

মোৰ কথা শুনি তেখেতে হাঁহিছিল। তাৰ পিচত অলপ সময় মনে মনে ৰ'ল। কোঠাটোৰ ইমূৰৰ পৰা সি মূৰলৈ কেইবাৰমান অহা-যোৱা কৰি অৱশেষত হুমুনিয়াহ এটা পেলাই কৈ উঠিল: তুমি সৰু ল'ৰা। সিমানবোৰ কথা নুবুজিবা। খেতিয়কবোৰ দুখীয়া বুলি তোমাক কোনে কলে? তেওঁলোক দেশৰ ধৰণীস্বৰূপ। শিক্ষকতাৰ চাকৰিটো ভাল। শিক্ষক-শিক্ষকৰ দৰে হব নোৱাৰিলে জাতিৰ ভৱিষ্যত ল'ৰা-ছোৱালীবোৰৰ মূৰ খোৱা অন্যায়। বাৰু সেইবোৰ যাবলৈ দিয়া। ভালদৰে পঢ়া-শুনা কৰা। গুৰুজনৰ প্ৰতি ভক্তি, সমনীয়া আৰু সৰুবোৰক মৰম কৰিবা। অন্তৰত কাৰো প্ৰতি কপট-কুৰ্চ্‌ট নাৰাখিবা। ভগবানে তোমাৰ মঙ্গল কৰক।"

মোৰ মূৰত হাত বুলাই কোৱা চাৰৰ কথাবোৰ শুনি সিদিনা মোৰ কি হৈছিল-কব নোৱাৰো। ইচ্ছা হৈছিল: মই যেন তেখেতৰ ভৰি দুখনত সাৱটি ধৰি ক্ষমা খুজিম। সকলো দোষ স্বীকাৰ

ৰ্ফবি কম ঃ মোৰ দোষ হৈছে চাৰ। মোক ক্ষমা কৰক। কদাইহঁতক মই আৰু কেতিয়াও হিংসা নকৰো।

কিন্তু কব নোৱাৰিলো। অপৰাধীৰ দৰে তলমূৰ কৰি কোঠাটোৰ পৰা ওলাই আঁতৰি আহিছিলো।

মৰম-স্নেহ আৰু ভালপোৱাই মানুহৰ মন কাঙাল কৰে নে গৰিয়সী কৰে কব নোৱাৰো। কিন্তু দুৰ্বল কৰে। আত্মীয়স্বজন আৰু আমাৰ চিনাকি আপোন গাওঁখনক আমি ভাল পাওঁ। সেই কথা জানো! কিন্তু সেই ভালপোৱাৰ গভীৰতা কিমান সততে আমি তাৰ উমান নাপাওঁ। বিশেষ একোটা মুহূৰ্ত্ততহে সেই গভীৰতাৰ কথা উপলব্ধি কৰো। প্ৰিয়জনৰ বিদায় আৰু চিনাকি ঠাইখন এৰি ক'ৰবালৈ যোৱাৰ বেলিকা শোকেচোন আমাক খুন্দা মাৰি ধৰে। মন চাটি-ফুটি কৰে।

হেডমাষ্টৰে আন স্কুললৈ যোৱাব কথা কোৱা কাৰণে মই ভালেই পাইছিলো। পৰীক্ষাত ফেল কৰাৰ পাচত সেইখন স্কুললৈ আকৌ উভতি যাবলৈ মোৰ লাজ লাগিছিল। কিন্তু সেই কথা মই দেউতাক কব নোৱাৰো। কোৱাৰ সাহস নাই। মাক কলেও একো লাভ নহয়। কিয়নো মাৰ কথাত দেউতাই কোনো দিনে গুৰুত্ব দিয়া নাই; নিদিয়ে। তথাপি কথাষাৰ মাক এবাৰ কৈ থম বুলি ভাবিছিলো।

কিন্তু কবলগীয়া নহ'ল।

জিলাৰ পৰা সন্ধিয়া দেউতা ঘূৰি আহিছিল। লগত সৰু মোমাইদেউ। তেখেতে মোক অতিপাত মৰম কৰে। ময়ো বৰ ভাল পাওঁ। মোমাইদেৱে কৈছিল ঃ তেখেতে হেনো মোক লৈ যাবলৈ আহিছে। দেউতাই মাতি আনিছে। মোমাইদেউহঁতৰ ঘৰত থাকি মই জিলাৰ স্কুলত পঢ়িম। তেখেত সকলৰ ঘৰৰ পৰা জিলাৰ স্কুললৈ বেছি দূৰ নহয়। চহৰৰ গাতে লগা গাওঁখনেই মোমাই-

দেউইতৰ গাওঁ। পান-তামোল, কঠাল-নাৰিকল আৰু বাঁহনি বাৰীৰে ভৰা এখন বহুদিনীয়া পুৰণি গাওঁ। ডাঙৰ গাওঁ। বহুত মানুহ।

আনন্দত মোৰ মনটো নাচি উঠিল। প্ৰমোচন লৈ তলৰ শ্ৰেণীৰ পৰা অহা ল'ৰাবোৰৰ সৈতে একেলগে পঢ়িব লগীয়া নোহোৱা কাৰণে মই উশাহ পোৱা যেন পাইছিলো।

কিন্তু কেইদিনমান পিচত সেই উৎসাহ যেন হেৰাই গ'ল। মই দুৰ্বল হৈ পৰিছিলো। জিলালৈ যোৱাৰ দিন চমু চাপি আহিল। মোৰ কথা কৈ মোমাইদেউক মায়ে কিবাকিবি বুজাইছিল। কানি-কাপোৰবোৰ ধুই মেলি সামৰি সুতৰি দিছিল।

মোৰ কান্দো কান্দো লাগিছিল। ভালপোৱাৰ মোহে আপোন-জনৰ বিৰহে আমাৰ মনবোৰ বোধহয় পঙ্গু কৰি তোলে। কিন্তু এটা অবুজন শোকে বুকুখন খুন্দা মাৰি ধৰে।

কিয় নাজানো—ৰুদাই সৰুকণহঁতলৈচোন মনত পৰিল। সিহঁতক এৰি যোৱাৰ বেদনাই মনটো অশান্ত কৰি তুলিলে। স্কুল-ঘৰৰ নওলা মুখত থকা ৰাধা আৰু কৃষ্ণচূড়া তুজোপালৈও যেন মৰম লাগি গ'ল। নওলামুখত সৰি পৰা ৰেজ ৰঙা পাহিবোৰ গছকি মই যে আৰু কোনোদিনেই সেইখন স্কুললৈ নাযাওঁ। ৰুদাই সৰু-কণহঁতক আৰু কোনো দিনেই লগ নাপাওঁ। গাওঁখনৰ মানুহবোৰৰ প্ৰত্যেকৰে মুখবোৰ মোৰ চকুৰ আগত ভাঁহি উঠিল। নামঘৰৰ সন্মুখৰ বুকুল জোপা, আলিবাটৰ প্ৰতিটো ধুলিকণা যেন মোৰ অতি আপোন। চিনাকি। নৈৰ ঘাটৰ নাওঁখন, পাৰৰ কঁহুৱা বন আৰু পলাশ মদাৰ কেইজোপাই যেন মোক কৈছিল: তুমি আমাক এৰি থৈ যাবা গৈ পৰাশ?

মোৰ মনটো সেমেকি পৰিছিল। মাই কান্দিছিল।

আৰু পাহি? পাহিয়ে উচুপিছিল। পদুমী মাহীয়ে চকুলো মচিছিল। ইচ্ছা হৈছিল: মই যেন চিঞৰি চিঞৰি কান্দিম। কম: মই নাযাওঁ মাহীটি। তই নেকান্দিবি পাহি।

পদুমী মাহী আৰু পাহি।

আমাৰ লিচু বাৰীখনৰ পিচফালে থকা এটা সৰু ঘৰ; খেৰী পঁজা। পদুমী মাহী, পাহি আৰু আইতা। তিনিটা প্ৰাণীৰ এখন সৰু সংসাৰ। মৰাপাটৰ দৰে বগা হৈ পৰা চুলিৰে আইতাজনী বুঢ়ী মানুহ। চকুৰে ভালদৰে নমনে। লাখুটি ডালত ভৰ দি থৰক্-বৰক্কৈ কেতিয়াবা আমাৰ ঘৰলৈ আহে। মাৰ সতে কথা পাতে। মাছ পাছলিৰে মাই টোপোলা এটা বান্ধি দিয়ে। আইতাই লৈ যায়। যোৱাৰ আগতে মা আৰু মোক এজোলোকা আশীৰ্বাদ দি যায়। গালে মূৰে পিহি মোক মৰম কৰে।

মহাদেৱে কি কৰিছিল মই নাজানো। দেখা নাই। সৰুতে দেখিছিলো হেনো। কিন্তু মোৰ মনত নাই। মনত নপৰে। মাহীটিক হলে সৰুৰে পৰা দেখি আহিছো। এজনী মৰম লগা শুৱনী মানুহ; নিপোটল স্বাস্থ্য। মই দেখাৰে পৰা একেদৰেই আছে।

মাহীটিক আমি আপোন মাহী বুলিয়েই ভাবিছিলো। লিচু বাৰীখনৰ মাজেৰে পুৱা গধূলি আমাৰ ঘৰলৈ আহে। মাৰ লগত কথা পাতে। চাহ জলপান খায়। মাক শাক-পাচলি কাটি বাচি দি সহায় কৰে। জাৰকালি পিচফালৰ চোতালত বহি মাৰ মূৰ ফণিয়াই খোপা বান্ধি দিয়ে।

মাহীটিৰ লগত পাহি কেতিয়াবা আহে; কেতিয়াবা নাহে। আইতাৰ লগত ঘৰতে থাকে।

মাছ পাচলি কাটি বাছি ধুই মেলি দি যোৱাৰ পিচত মাহীটিক আকৌ প্ৰায়ে মাতি আনিব লগীয়া হয়। মায়ে মোক পঠিয়াই দিয়ে। মই মাতি আনো গৈ। কাচিৎহে একোদিন বাদ যায়।

দুপৰীয়া। গা মূৰ ধুই গোঁসাই ঘৰত ধূপ-ধূনা দি মাই বান্ধনী ঘৰত সোমায়। ৰন্ধা-বঢ়াত ব্যস্ত হৈ পৰে। তেনে সময়তে কোনোবা এজনে প্ৰকাণ্ড মাছ একোটা দি যায়হি। হয় বৌ নতুবা ৰবালি। কেতিয়াবা কেতিয়াবা আকৌ বিয়াগোম একোটা চিতল। বৌ আৰু

বৰালি মাছ কটা সহজ। কাটি বাছি লবলৈ মাই সিমান আমনি নাপায়। তথাপি মাহীটিক মতাই অনাবই। কেতিয়াবা মই নিজে কাটি বাছি লয়। কলাপাত এখনেৰে কেইটুকুৰামান মাছ টোপোলা বান্ধি মাহীটিৰ হাতত দি আহিবলৈ কয়। মই গৈ দি আহো।

কিন্তু চিতল মাছ কাটিবলৈ মাই বৰ আমনি পায়। কোনো দিনেই নাকাটে। মাহীদেউক মতাই আনে। সেইদিনা মাহীটি আৰু পাহিক আমাৰ ঘৰতে ভাত পানী খুৱাই পঠিয়ায়।

দিনবোৰ তেনেকৈয়ে পাৰ হৈ গৈছিল।

মাহীদেউৰ মুখত শুনিছিলো: পাহি হেনো মোতকৈ পাঁচ বছৰৰ সৰু। আমি তিনিজন ভাই ককাই। ভনী নাই। সেই কাৰণেই হবলা মায়ে তাইক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। ভাল বস্তু পালেই পাহিক মাতি আনি খুৱায়। পিঠা পনা বনালে আগে ভাগে তাইলৈ দি পঠিয়ায়। আনকি ৰাতিও কেতিয়াবা কেতিয়াবা বুকুৰ মাজত শুৱাই ৰাখে। ময়ো তাইক নিজৰ ভনীৰ দৰেই মৰম কৰিছিলো। আমি একেলগে খেলিছিলো। আন ল'ৰা-ছোৱালীৰ লগত লগ হোৱাৰ সুযোগ নাছিল কাৰণেই পাহি হৈ পৰিছিল মোৰ একমাত্ৰ সঙ্গী; খেলাৰ লগৰী। জহ কালি তুপৰীয়া আমবাৰী লিচুবাৰীত সোমাই তাই আৰু মই পিট্-পিটাই ফুৰো। তলসৰা আম কলিবোৰ বুটলি আনি মনে মনে কাটি খাওঁ। লিচুবাৰীৰ পৰা কেঁচা—আধা পকা লিচুৰ থোকবোৰ পাৰি আনো। আমাৰ বাৰীৰ লিচু আমিয়ে চুৰ কৰো। লিচু ভগোৱা বতৰা লৈ কেতিয়াবা আমাৰ মাজত দবৰা দবৰি লাগে। চুলি কোচাত ধৰি চোঁচৰাই টানি নিওঁ। তাই ফেঁকুৰি কান্দে। 'তোমাক নামাতো যোৱা' বুলি ওফোন্দ পাতি ঘৰলৈ যায় গৈ। মাহীটিক কৈ দিয়ে বুলি মোৰ বুকুখন কঁপে। মালৈও ভয় লাগে। মাই শুনিলে মোক শুদাই নেৰে।

কিন্তু অলপ পিচতে তাই সকলো মান-অভিমান পাহৰি যায়। পিচদিনা আকৌ আহে। লিচু চুৰ কৰিবলৈ মোক লগ ধৰেহি।



দিন পুৰণি হয়। বছৰ বাগৰে।

বাতি পুৱাৰ স্কুল পাছ কৰাৰ পিচত আৰম্ভ হয় এটা নতুন জীৱন: আগৰ দৰে দুপৰীয়া আমবাৰী অথবা লিচুবাৰীত সোমাই ঘূৰি ফুৰাৰ আৰু সময় নহয়। মাহীটিক মাতি আনিবলৈ মাই আজি কালি কাক পঠিয়ায়—কব নোৱাৰো। কাৰণ সেই সময়ত মই ঘৰ নাথাকো। স্কুলত থাকো। কিন্তু দুপৰীয়াৰ সময়খিনিত মোৰ আমনি লাগে। স্কুলত মন নবহে। পাহিলৈ মনত পৰে। আবেলি স্কুলৰ পৰা আহিয়েই পাহিৰ ওচৰলৈ লৰ মাৰো। ঘৰত চাহ জলপান খাবলৈ ধৈৰ্য্য নাথাকে। মাহীটিয়ে কিবাকিবি খাবলৈ দিয়ে। আমি দুয়োজনে খাওঁ। আমি মানে—পাহি আৰু মই।

তাৰ পিচতো দিনু যায়।

আমাৰ মাজত ব্যৱধান বাঢ়ি আহে। স্কুলৰ পৰা আহি হোম ৱাৰ্কবোৰ লৈ মই ব্যস্ত হৈ পৰো। খেল-ধেমালিৰ বাবে আগৰ দৰে সময় নাপাওঁ। বাধ্য হৈ পাহি মোৰ ওচৰৰ পৰা ক্ৰমান্বয়ে দূৰলৈ আঁতৰি যায়। তথাপি দিনটোৰ ভিতৰত পাহিক এবাৰ নেদেখিলে—মাহীদেউৰ ওচৰলৈ যাবলৈ নাপালে মনটোচোন কেনেবা কেনেবা লাগে। উচ্পিচায়।

গতিকে বাধ্য হৈ যাওঁ। অকণমান সময়ৰ কাৰণে হলেও পাহিৰ ওচৰৰ পৰা পাক এটা মাৰি আহো গৈ। মাহীটিৰ লগত কথা পাতো। তেখেতে কাটি দিয়া তিয়ঁহ এচকল, পকা কঠাল একোঁহ অথবা জামু এটাকে খাই আহো।

এদিন নগলেই পাহি আৰু মাহীটিৰ ওফোন্দ লাগে। সন্ধিয়ালৈ বৈ বৈ অৱশেষত মোক বিচাৰি আমাৰ ঘৰলৈ আহে। মাক কিবা-কিবি গোচৰ দিয়েহি।

সেইজনী পাহিক এৰি যোৱাৰ কথা মই ভাবিবই পৰা নাছিলো। কিন্তু উপায় নাছিল। যাবলৈ বাধ্য হৈছিলো। মাহীদেৱে বুকুৰ মাজত সাৱটি থৈ মোক চুমা খাইছিল। গালে মুৰে পিহি মৰম

কৰিছিল। চাদৰৰ আচলেৰে চকুলো মচি 'বৰ মানুহ' হবলৈ আশীৰ্বাদ দিছিল।

আৰু পাহি ?

দুদিন আগৰে পৰা কান্দি কান্দি চকু মুখ উখহাই পেলোৱা পাহিক মই কথা কব পৰা নাছিলো। বুকুখন যেন ফাটি যাব।

কিন্তু সময় বৈ নাথাকে। নাযাওঁ বুলি মই বৈ যাব নোৱাৰো।

অৱশেষত বিদায়ৰ ক্ষণ আগবাঢ়ি আহিল। চকুলো চেপি ৰাখি কোনোমতে কৈছিলো ঃ যাওঁ পাহি।

পাহিয়ে উত্তৰ দিব পৰা নাছিল। ফেঁকুৰণি বন্ধ কৰিবলৈ যত্ন কৰি বহু সময়ৰ পিচত সেপ ঢুকি সুধিছিল ঃ আৰু কেতিয়া আহিবা ককাইদেউ ?

মই উত্তৰ দিব পৰা নাছিলো। আকৌ কেতিয়া আহিম—মই নিজেই নাজানো। ততুপৰি উত্তৰ দিয়াৰ ধৈৰ্য্যও মোৰ নাছিল। কথা কোৱাৰ শক্তি হেৰাই গৈছিল। কিবা এষাৰ কলেই যেন দুচকু ফাটি চকুলো বৈ আহিব। ওলাই আহিব খোজা কান্দোনটো আৰু চেপি ৰাখিব নোৱাৰিম। হুক্-হুক্‌কৈ কান্দি পেলাম।

বিদায়ৰ আগ মুহূৰ্ত্তত মাক সেৱা এটা জনাই গোঁসাই ঘৰত সোমালো গৈ। দুৱাৰ দলিতে আঠুকাঢ়ি শালগ্ৰাম শিৱলৈ সেৱা জনালো। তাৰ পিচত পঢ়া কোঠালীটোত সোমাই শেষ বাৰলৈ এবাৰ চাই পঠিয়ালো। এটা উদং কোঠালী। পঢ়া মেজখন খালি। কিতাপ কাগজ এখনো নাই। মেজখনৰ অ'ত ত'ত চিয়াহীৰ দাগ। ৰঙা নীলা চিয়াহীৰ শুকান দাগবোৰে যেন বৰ করুণ দৃষ্টি এটাৰে মোলৈ চাই পঠিয়াইছিল। মোৰ বুকুৰ মাজতো কিবা এটাৰ দাগ লাগিছিল হবলা। চকু দুটা আৰু বেছিকৈ সেমেকি পৰিল। লৰালৰিকৈ কোঠালীটোৰ পৰা ওলাই চোতাল পালোহি।

মোক বিদায় দিবলৈ পাহি আৰু মাহীদেউ আমাৰ ঘৰলৈ আহিব বুলি ভাবিছিলো। কিন্তু নাহিল। আহিছিল আইতা। আইতা,

মা, মোমাইদেউ আৰু ৰামসিং তেতিয়া চোতালতে থিয় হৈ আছিল। কিতাপ-কাগজ আৰু কানি-কাপোৰৰ বাকচ দুটা ভাৰ বান্ধি লগুৱা কান্তিৰাম আগতেই ষ্টেশ্যনলৈ গৈছে। মোমাইদেৱে পঠিয়াই দিছিল।

"তোমাৰ হ'ল নে সোণ? ব'লা, গাড়ীৰ সময় হ'ল।" মোক দেখি মোমাইদেৱে কৈ উঠিল। তাৰ পিচত মাৰ ভৰিত পৰি সেৱা জনাই কৈছিল: আহো বাইদেউ, ভিনি‌দেউ জানো ক'লৈ গ'ল?

মাই কিবা উত্তৰ দিছিল নে নাই নাজানো। বোধহয় দিব পৰা নাছিল। ৰিহাৰ আচল এটাৰে চকু দুটা হেচি ধৰিছিল। মোমাইদেউৰ পিচে পিচে নওলা চেৰাই মই আগবাঢ়ি গলো। পিচলৈ উভতি চোৱাৰ ধৈৰ্য্য নহ'ল। এখোজ দুখোজ কৈ আগুৱাই গৈ নামঘৰৰ ওচৰ পালোহি। কিন্তু নামঘৰৰ ওচৰত খোজবোৰ চোন মন্থৰ হৈ পৰিল। সন্মুখৰ বকুল জোপাৰ তলত ক্ষন্তেকৰ কাৰণে পদক্ষেপ ৰৈ গ'ল। তাৰপৰা আৰু আগবাঢ়ি যোৱাৰ ক্ষমতা মোৰ নাছিল। ইচ্ছা হৈছিল—বকুল জোপাক যেন সাৱটি ধৰিম। বকুল জোপা যেন উদ্ভিদ নহয়। কথা কব পৰা এটা জীয়া প্ৰাণী: অনুভূতি-প্ৰৱণ এজন জীয়া মানুহ।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰো। মোমাইদেউৰ মাতত মোৰ চেতনা ঘূৰি আহিল। পদক্ষেপ পেলাই আগবাঢ়ি গলো। পাৰ হৈ অহা গাওঁখন লাহে লাহে দৃষ্টিৰ সিপাৰত হেৰাই গ'ল। আমি আগবাঢ়ি আহিলো। পিচ পৰি ৰ'ল পদুমণি।

এইখন গাওঁলৈকে কুঁৱৰী বৌ এদিন ন-কইনা হৈ আহিছিল। আহিছিল বৰুৱা বংশৰ বোৱাৰী হৈ। বিবাহযোগ্যা কন্যাৰ বহুতো পিতৃৰ ঈৰ্ষাৰ পাত্ৰী কুঁৱৰী বৌৰ ওপৰতে নিৰ্ভৰ কৰিছিল এটা উজ্জ্বল বংশৰ ভৱিষ্যত।

## ॥ চাৰি ॥

শৈশৱ, কৈশোৰ আৰু যৌৱন।

জীৱনৰ তিনিটা বিভিন্ন ৰূপ—বিভিন্ন স্তৰ। প্ৰত্যেকটো স্তৰেই যেন একোটা স্বকীয়া জীৱন। কিন্তু নহয়। বিভিন্ন ৰঙী ফুলৰ মালাৰ দৰে এধাৰ পুষ্পহাৰ। শৈশৱ, কৈশোৰ, যৌৱন আৰু বাৰ্দ্ধক্য সেইধাৰ মালাৰ একো একো পাহ বিভিন্ন ৰঙী ফুল।

শৈশৱৰ সোণালী দিনবোৰ গৰকি এদিন কৈশোৰ আহে। স্মৃতিসনা কৈশোৰে বাৰে বৰণীয়া যৌৱনক হাত বাউল দি মাতে। লাজুক লাজুক কইনা খোজেৰে সেই যৌৱনো এদিন আঁতৰি যায়; হেৰাই যায়। চুচুক চামাক কৈ আগবাঢ়ি আহে বাৰ্দ্ধক্যৰ জড়তা। জীৱনত পোৱা নোপোৱাৰ হিচাব কৰি আমি সিদিনা হুমুনিয়াহ পেলাওঁ।

যৌৱন ধুনীয়া; সঁচাকৈয়ে সুন্দৰ। যৌৱনৰ ৰূপ—পূৰ্ণতাৰ ৰূপ।

কিন্তু বাৰ্দ্ধক্য?

অতীত, বৰ্ত্তমান আৰু ভৱিষ্যত।

বৰ্ত্তমান অতীতৰ জন্মদাতা। সময়ৰ বুকুত জাহ যোৱা বৰ্ত্তমানবোৰেই অতীতৰ জন্ম দিয়ে। এদিনৰ বৰ্ত্তমান সিদিনা অতীত হৈ হেৰাই যায়। জীয়াই থাকে মাথোন অতীত হৈ যোৱা বৰ্ত্তমানৰ স্মৃতি।

মিঠা স্মৃতিবোৰ সদায় ৰঙীন; স্বপ্নময়।

বহাগৰ বতাহত কঁপা নাহৰৰ কুঁহি-কুঁহি পাতবোৰৰ দৰেই কৈশোৰ আৰু যৌৱনৰ সন্ধিক্ষণত আমাৰ মনবোৰো হেনো কঁপে। মন পচোৱাৰ বা লাগি গা-মন ৰাইজাই কৰে; পিৰ্‌পিৰায়—সিৰ্‌সিৰায়।

ন যৌৱনৰ বা লগা মন আৰু সোঁতৰ খাগৰি বন একে। মই যেতিয়া গাওঁ এৰি মোমাইদেউইঁতৰ ঘৰলৈ আহিছিলো কৈশোৰে তেতিয়া বিদায় লবলৈ উচ্‌পিচাই আছিল। ন-বোৱাৰী হৈ অহা সৰু মামীদেউক সেই কাৰণেই মোৰ বেচি ভাল লাগিছিল নেকি কব নোৱাৰো।

বৰ মামীদেউক মোৰ মা-মা যেন লাগিছিল তেখেতৰ মৰমত সৰু মামীদেউৰ দৰে বান্ধৱীৰ স্নেহ নাছিল। আছিল অপত্যস্নেহৰ গভীৰতা আৰু মৰম মিহলি শাসন। বৰ মামীদেউক খং তোলাই সৰু মামীদেউৰ দৰে পেংলাই কৰিবলৈ—ৰং চাবলৈ মোৰ সাহস হোৱা নাছিল।

আৰু বৰ মোমাইদেউ?

বৰ মোমাইদেউক মই দেউতাৰ দৰেই ভয় আৰু ভক্তি কৰিছিলো। অথচ সেইজন মোমাইদেৱে ৰাতিৰ সাজ ভাত মোৰ সৈতে খাবলৈ নাপালে শান্তি নাপায়। ভাল মাছ টুকুৰা মোৰ পাতত দিবলৈ নাপালে অশান্তি পায়। ভাত তৰকাৰীবোৰ সিদিনা সেৰেকা হোৱা বুলি মুখ বেকেটায়। মামীদেৱে কেতিয়াবা ঢমক দিয়েঃ সোণক মই দিম নহয়। আপুনি নাখায় কেলেই?

“খাওঁক দিয়া। আমিচোন খায়ে বুঢ়া হলো। সিহঁতৰ বয়সত আমি কিমান খাইছিলো—সিহঁতে জানো এতিয়া সিমান পাইছে?”

মোমাইদেউৰ কথা শুনি মামীদেউ মনে মনে থাকে। একো নামাতে। সুযোগ পাই ভাতৰ গৰাহ হাতত লৈ মোমাইদেৱে লেক্‌চাৰ আৰম্ভ কৰেঃ বুইছা সোণ, আমি যেতিয়া তোমালোকৰ সমান—ৰূপহী বিলত তেতিয়া বৌ-ৰৰালীৰ লেখ জোখ নাই। মাছ-

কাছ উভৈনদী। যিহে একোটা বৌ। আৰু বৰালীবোৰ! হুঃ সেইহে মাছ।

মোমাইদেউৰ লেকচাৰ আৰম্ভ হলে আৰু শেষ নহয়। হাতেৰে মাছৰ জোখ-মাখ দেখুৱাই এনেদৰে লেকচাৰ আৰম্ভ কৰে যেন বিলৰ পৰা এইমাত্র কেইটামান প্রকাণ্ড বৌ বা বৰালী মাছ ধৰি আনি মামীদেউৰ সন্মুখত পেলাই দিছেহি। সদায় সেই একোটা লেক্চাৰ শুনি শুনি আমাৰ আমনি লাগে। কিন্তু আমনি পোৱাৰ ভাৱ প্রকাশ কৰাৰ উপায় নাই; মোৰো—মামীদেউৰো। মামীদেৱে কিবা এষাৰ কলেই তেখেত জ্বলি পকি উঠে। কাঁহীৰ ভাত কাঁহীতে এৰি ভাতৰ পাতৰ পৰা উঠি আহে। সিদিনা মোমাইদেউৰ আৰু ভাত খোৱা নহয়। সেই কাৰণে মামীদেৱে একো নকয়।

কিন্তু মোমাইদেউৰ কাঁহীৰ ভাতগাল একেদৰেই থাকে; নকমে। লেক্‌চাৰত ব্যস্ত হৈ থকা মোমাইদেৱে ভাত খাবলৈ পাহৰি যায়। ইতিমধ্যে মোৰ খোৱা শেষ হৈ যায়। তেতিয়াহে মোমাইদেউৰ গালৈ জুচ্‌ আহে।

: অ' তোমাৰ হলেই হবলা? উঠা, উঠা। মোলৈ বৈ থাকিব নালাগে। মুখ ধোৱা গৈ।

মই ভালেই পাওঁ। মোমাইদেৱে কথাষাৰ কোৱাৰ লগে লগে মই কৈ উঠো: মই তেনেহলে উঠো মোমাইদেউ? তাৰ পিচত প্রত্যুত্তৰলৈ অপেক্ষা কৰাৰ মোৰ ধৈৰ্য্য নাথাকে। লৰালৰিকৈ মুখ হাত ধুই আঁতৰি আহো। অৱশ্যে উত্তৰ দিবলৈ মোমাইদেউৰ তেতিয়া অৱসৰ না থাকে। ভাতৰ গৰাহ মুখত ভৰাইও—আ কৈ সঁহাৰি জনায়।

দিনবোৰ পাৰ হৈ যায়। নতুন গাওঁখন পুৰণি হৈ আহে। আপোন হৈ পৰে। গাঁৱৰ আটাইবোৰ মানুহেই মোক ভাল পায়; মৰম কৰে। সমনীয়া ল'ৰাবোৰৰ লগত একেলগে খেলো; ধেমালি কৰো। ভাওনা চাওঁ।

মোমাইদেউ শিক্ষক। গাঁৱত শিক্ষকবোৰৰ সন্মানেই সুকীয়া। গতিকে মোমাইদেৱে সন্মান পোৱাটো স্বাভাৱিক। গাঁৱৰ ৰাইজ মোমাইদেউৰ ওচৰলৈ আহে। বিপদে আপদে দিহা-ভৰষা সোধে। বুধি-পৰামৰ্শ লয়।

মই লক্ষ্য কৰিছিলো: মোমাইদেউহঁতৰ গাওঁখন যেন এখন সুকীয়া গাওঁ। আমাৰ গাঁৱৰ মানুহবোৰৰ দৰে কেৱে কাকো সমীহ কৰি নচলে। সকলোবোৰ যেন একেটা পৰিয়ালৰ মানুহ: ককাই-ভাই। ইঘৰৰ মানুহ সি ঘৰলৈ যায়; আহে। কাৰোবাৰ কিবা এটা হলে আটাইবোৰ মানুহ উবুৰি খাই পৰে। মৰম-চেনেহ আৰু মিলা-প্ৰীতিৰে থাকিবলৈ বিচাৰে। গাঁৱৰ ৰাইজে মিলি জুলি একেলগে খেতি কৰে: মাছলৈ যায়। গুৰুজনাৰ তিথিত ল'ৰা বুঢ়াৰ গাত তত্ নোহোৱা হয়। ডেকাবোৰে ভাওঁনা পাতে। মাঘৰ উৰুকাৰ দিনা মেজি সাজি পথাৰত ভোজ-ভাত খায়।

এয়ে যদি গাওঁ—তেন্তে গাঁৱৰ জীৱনৰ সোৱাদ সুকীয়া; মিঠা।

সেয়া মোৰ কাৰণে এক নতুন অভিজ্ঞতা। তদুপৰি আৰু এটা কথা মই উপলব্ধি কৰিছিলো। হেড্মাষ্টৰ চৌধুৰী চাৰৰ কথাষাৰ সিদিনাহে বুজি পাইছিলো। তেখেতে মোক সঁচা কথাকে কৈছিল। গাওঁ এৰি আহি মই বহুত কথা শিকিছিলো, জানিছিলো; মনলৈ আহিছিল প্ৰত্যয়। গাঁৱৰ স্কুলত থকা হলে সেই আত্মপ্ৰত্যয় হয়তো মোৰ ছাত্ৰ-জীৱনত কোনো দিনেই নাহিলহেঁতেন। কদাই, সৰুকণহঁতৰ ওপৰত নিৰ্ভৰ কৰি হেৰুৱাই পেলালোহেঁতেন আত্ম-বিশ্বাস। মৌজাদাৰৰ ল'ৰা বুলি সেইখন স্কুলৰ শিক্ষকসকলে পৰীক্ষা-বহাত মোক যে সৰহ নম্বৰ দিছিল—ইয়ালৈ আহিহে বুজি পাইছো। কিন্তু এইখন স্কুলৰ শিক্ষকসকলে মোক সৰহ নম্বৰ নিদিয়ে। যোগ্যতাৰ বিচাৰত যিখিনি পোৱা উচিত তাতকৈ এক নম্বৰো মই বেছি নাপাওঁ।

অধ্যয়ন কষ্টকৰ। বিদ্যা উপাৰ্জনৰ কাৰণে যিখিনি পৰিশ্ৰমৰ

প্ৰয়োজন—সেইকণ পৰিশ্ৰম কৰিবলৈ তেতিয়া মোৰ মনৰ প্ৰস্তুতি নাছিল। কিন্তু এতিয়া মই বাধ্য হৈ পৰিছো।

চৌধুৰী চাৰৰ প্ৰতি শ্ৰদ্ধাত মোৰ শিৰ নত হৈ পৰিল। তেখেতক এবাৰ লগ পাবলৈ মোৰ ইচ্ছা হৈছিল। কিন্তু সুযোগ নাছিল। কাৰ মুখত জানো শুনিছিলো: চৌধুৰী চাৰ হেনো স্কুলত নাই। মই অহাৰ কেইদিনমান পিচতে চাকৰি ইস্তফা দি গাঁৱলৈ গ'ল গৈ।

কিন্তু চাকৰি ইস্তাফা দিয়াৰ কাৰণটো তেতিয়া বুজি পোৱা নাছিলো। বুজি পাইছিলো বহুত বছৰ পিচত।

সেই কথা এতিয়া থ'ক, পিচত কম। কাৰণ: মই সেই কথা জনাৰ আগতে মোৰ জীৱনত বহুত বহুত ঘটনা ঘটিছিল। বিশেষকৈ এটা ঘটনা মোৰ চিৰদিন মনত থাকিব। সেই ঘটনাটো নঘটা হলে চাৰে চাকৰি এৰি দিয়াৰ আচল কাৰণটো হয়তো মোৰ বাবে চিৰদিনলৈ অজ্ঞাত হৈয়েই ৰ'লহেঁতেন।

মই প্ৰাক্ যুদ্ধৰ যুগৰ সন্তান। কিন্তু যুদ্ধ দেখা নাই। যুদ্ধৰ কথা শুনিছো। সেই সময়ত মই ন-দহ বছৰীয়া শিশু। যুদ্ধৰ ভয়ঙ্কৰ ৰূপ আৰু পৰিণতি সম্পৰ্কে দহ বছৰীয়া শিশু এটাৰ যিখিনি জ্ঞান থাকিব পাৰে তাতকৈ সৰহ জ্ঞান নতুবা স্পষ্ট ধাৰণা মোৰ নাছিল। ভাওনা, থিয়েটাৰৰ যুদ্ধ দেখিছো। দুজন ভাৱৰীয়াই তৰোৱাল লৈ যুঁজ কৰে। অৰ্জুনৰ ধেনু-শৰ; ভীম আৰু দুৰ্য্যোধনৰ ৰঙা নীলা কাগজেৰে সজা গদা।

কোনোবা এজনে কৈছিল: ধেনু-কাড় নহয় অ'। সেয়া গাণ্ডীৱহে। গাণ্ডীৱ আৰু ধেনু-শৰৰ মাজত পাৰ্থক্যটোনো কি সিমান বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হোৱা নাছিল। শিশুৰ চালুকীয়া জ্ঞানেৰে যুদ্ধ সম্পৰ্কে মই সিমানখিনিকে বুজিছিলো। 'সেয়ে আছিল মোৰ যুদ্ধৰ ধাৰণা। তদুপৰি মই গাঁৱৰ লৰা। সিমানবোৰ খা-খবৰ নাপাওঁ। তেতিয়ালৈকে আকাশী জাহাজ দেখা নাই।'

যুদ্ধৰ সময়তহে প্ৰথম দেখিছিলো। উৰা-জাহাজৰ শব্দ শুনিলেই দৌৰি বাহিৰলৈ ওলাই আহো। মূৰৰ ওপৰেৰে উৰি যোৱা আকাশী জাহাজলৈ বেঙা মেলি চাওঁ। স্কুলত থকা সময়ত উৰা-জাহাজ আহিলে আমাৰ লগতে চাৰহঁতো বাহিৰলৈ ওলাই আহে। 'সৌখন, সৌখন। দেখিছ নে?' বুলি চাৰহঁতে ওপৰলৈ আঙুলিয়াই দেখুৱায়। কেতিয়াবা দেখো। কেতিয়াবা আকৌ আমাৰ চকুত পৰাৰ আগতে বহুত দূৰলৈ আঁতৰি যায়।

আকাশী জাহাজৰ কথা প্ৰসঙ্গত তেতিয়াই কোনোবাই যুদ্ধৰ কথা কৈছিল। আমাৰ দেশতো যুদ্ধ লাগিছে হেনো। কিন্তু যুদ্ধৰ লগত আকাশী জাহাজৰ কি সম্পৰ্ক বুজি পোৱা নাছিলো। কিনাৰাম চাৰে বুজাই দিছিল: আকাশী জাহাজৰ পৰা শত্ৰুৰ ওপৰত বোমা পেলাই দিয়ে।

আমাৰ বিশ্বাস হোৱা নাছিল। গাওঁবুঢ়াৰ পুতেকৰ বিয়াত দেখছিলো: গোট বাঁহ এডাল পুতি বোমা ফুটায়। মৰাপাটৰ শলিতা এডাল জ্বলাই দিয়ে। তাৰ অলপ পিচত একেলগে কেবাটাও হিলৈ ফুটে। সেই কাৰণেই হবলা কিনাৰাম চাৰৰ কথা বিশ্বাস কৰিবলৈ টান পাইছিলো।

তাৰ পিচতো কেবা বছৰো পাৰ হৈ গৈছিল। গাওঁ এৰি চহৰৰ স্কুললৈ যেতিয়া পঢ়িবলৈ আহিলো-তাৰ আগতেই যুদ্ধ ভাগিছে। যুদ্ধ লাগে; ভাগেও। প্ৰতিক্ৰিয়াহে বহু দিনলৈ ৰৈ যায়। চহৰৰ মানুহে সেই প্ৰতিক্ৰিয়াৰ বিষয়ে যিমান গম পায়—গাঁৱৰ বাইজে নাপায়। সেই কাৰণে যুদ্ধ ভগাৰ পিচতো চহৰৰ মানুহে যুদ্ধৰ কথা কোৱা কুই কৰিছিল; আলোচনা কৰিছিল। সেই সূত্ৰতে পাৰ হৈ যোৱা মহাযুদ্ধখনৰ বিষয়ে মই বহু কথা শুনিলোহি। আৰু শুনিছিলো: গান্ধী, মতিলাল নেহেৰু, জাতীয় মহাসভা কংগ্ৰেছৰ নাম। ভলন্টিয়াৰ আৰু বিয়াল্লিশৰ চমকপ্ৰদ বহুতো কাহিনী। অৱশ্যে মোমাইদেউহঁতৰ ঘৰলৈ অহাৰ আগতে যুদ্ধৰ বিষয়ে যিমান

কথা জানিছিলো তাতকৈ বহুত বেছি পৰিমাণে জানিছিলো স্বাধীনতা আন্দোলনৰ কাহিনী। পুলিচ, ভলন্টিয়াৰ দেখিছিলো। আমাৰ গাঁৱলৈ অহা ভলন্টিয়াৰ কেইজনমানক দেউতাই গালি পাৰি খেদি পাঠিওৱাৰ কথা আজিও মোৰ মনত আছে।

সেয়া যুগ—অন্য যুগ।

সেই যুগৰ সমাজ-ব্যৱস্থাও আছিল স্বকীয়া। তেতিয়া বিয়াৰ গুৰুত্ব আছিল অত্যন্ত বেছি; জীৱনৰ অপৰিহাৰ্য্য কৰ্ম, পালনীয় ধৰ্ম। জীৱনৰ আটাইতকৈ মধুৰ আৰু স্মৰণীয় এই দিনটো অকল দৰা অথবা কইনাৰ কাৰণেই নহয়; ঘৰ-ঘৰুৱা, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱ আটাইৰে কাৰণে আনন্দৰ দিন; উছাহৰ দিন—উলাহ মালহৰ দিন।

বিয়া আৰু জীৱন; জীৱন আৰু বিয়া। জীৱনৰ সুখ-শান্তি আৰু ভৱিষ্যত বংশৰ কাৰণে ভাৰতীয় সমাজত বিয়াৰ যি ভূমিকা সেই কথা তেতিয়া মই উপলব্ধি কৰিব পৰা নাছিলো। বুজিছিলো: বিয়া মানে ঢুলীয়া-খুলীয়া, ভোজ-ভাত আৰু উলহ মালহ। চোতালত ৰভা; নঙলা মুখত বেই। ভুজোপা কল গছ পুতি আম পাত, কপাহ আৰু মাটিৰ আঙুঠিৰে সজা তোৰণ।

"জানো পাই, আপোনালোকে কি ভাবি কিখন কৰিব খুজিছে? ঘৰৰ বিয়াখনত ককাই-ভাই কেইজনে যদি নাথাকে—তেনেহলে আমিনো গৈ কিটো কৰিম? আপুনি গলেও মই যাব নোৱাৰিম!"

"কেলেই?"

মাত শুনিয়েই বুজিছিলো—সেয়া মামীদেউ আৰু মোমাইদেউ। কিন্তু কাৰ বিয়াৰ কথা কৈছিল বুজি পোৱা নাছিলো। সন্মুখত মেলি থোৱা কিতাপখনৰ পাতত চকু গুজি কাণ পাতি ৰলো।

"মই বিয়ালৈ গলে—সোণটিক ভাত-পানী কোনে দিব? বিয়াখন পৰীক্ষাৰ পিচলৈ হোহোকাই দিলেই হয় দেখোন। ময়ো যাব পাৰিম। সোণটিয়েও ককায়েকৰ বিয়াখন চাব পাৰিব।"

"সেই তাৰিখৰ পিচত বিয়াৰ দিন এটাই মাথোন আছে।

একেবাৰে ফাগুনৰ শেষত। পিচে তেতিয়ালৈ ৰব নোৱাৰি। কইনাৰ খুড়ীয়েকৰ কিবা লেঠা আছে হেনো। তাৰ পিচত চ'ত মাহ পৰিব গৈ। অৱশ্যে বহাগলৈ পিচুৱাব পাৰি।"

"সেইটোকে কৰক।"

"তুমি কলেইতো আৰু বহাগলৈ পিচুৱাব নোৱাৰি। আন সুবিধা-অসুবিধাবোৰো চাব লাগিব। তদুপৰি বতাহ বৰষুণৰ বতৰ। কেতিয়া কি হয়—বতৰৰ একো ঠিক নাই। সেই সময়ত ভিন্‌দেউৰ আহৰিয়েই নাথাকে। খাজনা-পাতি আদায় কৰা—বাইজক মাটিৰ বন্দোবস্তী দিয়া —কিমান লেঠা।"

মামীদেউৰ কথাৰ পৰা বুজিছিলো– আমাৰ বৰ ককাইদেউৰ বিয়াৰ দিন ঠিৰাং হৈছে। কিন্তু সেই তাৰিখত বিয়াৰ দিন ঠিক কৰা কাৰণে মামীদেৱে বৰ ভাল পোৱা নাই। আৰু বুজিছিলো: মোমাইদেউৰ যুক্তিত মামীদেউ সন্তুষ্ট হব পৰা নাই। ক্ষুণ্ণ হৈছিল। সেই কাৰণেই বিৰক্তিৰ সুৰত কৈছিল: যি ভাল দেখে কৰক। আমিনো উপদেশ দিবলৈ কোন? উপদেশ দিলেও কোনোবাই জানো শুনিব? আমি বিয়ালৈ নগলেও কাৰো একো ক্ষতি নহয়।

"নাযাবা কেলেই? তুমি নগলে বাইদেৱে-ভিন্‌দেৱে জানো ভাল পাব? সোণক ভাত-পানী দিয়াৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব।"

"আপোনালোকে কলেও মই নোৱাৰো পাই। পৰীক্ষাৰ সময়ত ল'ৰাটোক অকলে এৰি মই বিয়ালৈ যাব নোৱাৰো। সোণে যদি ককায়েকৰ বিয়াখন নোচোৱাকৈ থাকিব পাৰে—তেন্তে মই নগলেও একো নহয়।"

মামী আৰু মোমাইদেউৰ আলোচনাৰ পৰা বুজিছিলো: বৰ ককাইদেউৰ বিয়াৰ দিনবাৰ খাটাং হৈছিল হবলা। কিন্তু ক'ৰ ছোৱালী—কাৰ ঘৰৰ ছোৱালী একো নাজানো। খা-খবৰ পোৱা নাই।

মনটো সেমেকি পৰিছিল। বিয়ালৈ মই যাব নোৱাৰিম; যোৱা নহব। কাৰণ মোমাইদেৱে মামীদেউক কোৱা কথাৰ পৰা বুজিছিলো: ককাইদেউৰ বিয়াৰ দিন মোৰ পৰীক্ষাৰ ভিতৰতে স্থিৰ হৈছে। বিয়ালৈ যাবলৈ হলে মোৰ পৰীক্ষা দিয়া নহব। কিন্তু সেয়া অসম্ভৱ। যোৱা বেলি পৰীক্ষাত ফেল কৰি নতুনকৈ এইখন স্কুললৈ আহিছো। এইবাৰ ফেল কৰিবলৈ হলে লাজত মই মৰি যাম। মোমাইদেউহঁতৰ আগত মুখ দেখুৱাব নোৱাৰিম।

মামী আৰু মোমাইদেউৰ কথা তেতিয়াও শেষ হোৱা নাছিল। ভিতৰৰ কোঠাত তেখেতসকলে কথা পাতিছে। মই পঢ়া কোঠালীৰ মেজৰ পৰাই মোমাইদেউহঁতৰ কথালৈ কাণ পাতি ৰলো।

"এৰা, তুমি ঠিকেই কৈছা। ৰ'বাচোন, কইনা ঘৰীয়াৰ লগত আলোচনা কৰি চাওঁ। ভিন্‌দেউকো কথাষাৰ কব লাগিব। সেই সময়ত পৰীক্ষা চলি থাকিলে ময়োচোন যাব নোৱাৰিম। সোণটিয়েও মনত বেজাৰ পাব। অৱশ্যে বিয়াখন আগুৱাব পাৰিলে বেয়া নহয়। কইনা ঘৰীয়াক যা-যোগাৰৰ কাৰণে যি লাগে—প্ৰয়োজন হলে আমিয়েই দিম। তুমি কেনে দেখা?"

"অ'তোন। ভিন্‌দেউৰনো কি নাইকীয়াটো হৈছে?"

তাৰ পিচত বহু সময়লৈকে কাৰো মাত শুনা নাছিলো। মামী আৰু মোমাইদেউ নীৰৱ হৈ পৰিছিল। বোধহয় আলোচনা কৰিবলগীয়া কথা আৰু নাছিল।

মই সকাহ পোৱা যেন পালো। মনটো পাতল পাতল লাগিল। পৰীক্ষাৰ আগতে বিয়াখন পাতিলে ময়ো যাব পাৰিম। কেইদিনমানৰ কাৰণে ঘৰলৈ গলে পঢ়া বিশেষ ক্ষতি নহয়।

অৱশেষত সেইটোয়ে হৈছিল গৈ। আঘোণ মাহৰ পূৰ্ণিমাৰ দিনাখনেই বিয়াৰ দিন ঠিৰাং হ'ল। আমি আটাইবোৰ বিয়ালৈ

যাব পাৰিম। বিয়াৰ পিচত পৰীক্ষাৰ কাৰণে পঢ়িবলৈ প্ৰায় এমাহ সময় পাম।

আনন্দত মনটো নাচি উঠিল। মোমাইদেউহঁতৰ ঘৰলৈ অহাৰ পিচত আঠ ন-মাহ গাঁৱলৈ যোৱা নাই। পাহি আৰু মাহীহঁতক লগ পোৱা নাই; দেখা নাই। বিয়ালৈ গলে পাহিক লগ পাম। কথা পাতিব পাৰিম। পাহিক কবলগীয়া বহুত কথা থুপ খাই আছে। ঘৰলৈ যাওঁতে তাইলৈ কিবা এটা লৈ যাব লাগিব।

কিন্তু কি নিম? শাখা নে পুতুলা?

পুতুলা এটা নহয়; দুটা নিব লাগিব। দৰা-কইনা খেলিবলৈ ভাল হব; পাহিয়ে ভাল পাব।

এই কেইমাহত তাইবা কিমান ডাঙৰ হৈছে? ডাঙৰ হৈছে নে বাৰু? আজি কালি ফটা কানিৰ দৰা-কইনা সাজে নে নেসাজে বা? পুতুলাৰ বিয়া পাতে নে নাই জানো?

সময় বৈ নাথাকে; বাগৰি যায়। ককাইদেউৰ বিয়াৰ দিন চমু চাপি আহে। ঘৰলৈ যোৱাৰ আনন্দত মন উত্ৰাৱল হৈ পৰে। মোমাইদেৱে বাৰে বাৰে মোক সকিয়াই দিয়েঃ ঘৰলৈ গৈ বিয়াৰ নামত উৰুলি পুঙা হৈ ফুৰিলেই নহব দেই সোণ। পৰীক্ষা পালেহিয়ে। ইংৰাজী, অঙ্ক আৰু ভূগোল-বুৰঞ্জীৰ পুথি কেইখন লবলৈ নাপাহৰিবা অসমীয়া ল'ৰাই অসমীয়াতো ফেল কৰে। অসমীয়া ব্যাকৰণখনো লবাহক।

মই শলাগি থওঁ। অৰ্থাৎঃ নাপাহৰো। লম।

কিন্তু পেটে পেটে মোৰ হাঁহি উঠে। সৰু মোমাইদেউ হোৱা হলে কলোহেঁতেনঃ ইমানবোৰ কিতাপ নিমেই যেতিয়া অসমীয়া সাহিত্য আৰু চিত্ৰাঙ্কনখননো বাদ দিও কিয় মোমাইদেউ? সেই দুখনো লম। কিন্তু বৰ মোমাইদেউক তেনেদৰে কোৱাৰ সাহস মোৰ নাই।

বিয়াৰ কাৰণে ঘৰলৈ গলেও পঢ়িবলৈ যথেষ্ট সময় পাম। বিয়া

বুলি কৰিবলগীয়া কাম মোৰ একো নাই। জানো। পিচে বিয়াৰ উছলি মুছলিত পঢ়াৰ ধৈৰ্য্যহে থাকিব নে নাই নাজানো। কিতাপত জানো মন বহিব?

চকুৰ আগত ভাঁহি উঠিল বিয়া ঘৰৰ এখন ছবি। চোতালত প্ৰকাণ্ড এখন ৰভা। আৰু?

বলিয়াৰ দৰে অকলে অকলেই মই হাঁহি উঠিলো। ককাইদেউক দৰা সজালে দেখিবলৈ কেনেকুৱা হব বাৰু? দৰাই চুৰিয়া চাদৰ পিন্ধিব জানো? ককাইদেৱে চুৰিয়া চাদৰ পিন্ধা মই কোনোদিনে দেখা নাই। সৰু ককাইদেৱো চহৰত থাকে। বৰ ককাইদেউৰ লগত থাকি কলেজত পঢ়ে। কলেজ বন্ধ হলে ঘৰলৈ আহে। চহৰৰ পৰা লংপেণ্ট পিন্ধি অহা সৰু ককাইদেৱে ঘৰত চুৰিয়া পিন্ধে। কিন্তু বৰ ককাইদেউ গাঁৱলৈ প্ৰায় নাহেই। চহৰত থাকি কিবা এটা চাকৰি কৰে। কি চাকৰি কৰে নাজানো। কিন্তু বি-এ পৰীক্ষা যে পাছ কৰিব নোৱাৰিলে—জানো। দুবাৰ নে তিনিবাৰ হেনো পৰীক্ষা দিছিল; কিন্তু লাভ হলে একো নহ'ল। সেই লাজতে বৰ ককাইদেউ ঘৰলৈ আহিবলৈ বেয়া পোৱা হ'ল। কেতিয়াবা এদিন বা দুদিনৰ কাৰণে আহিলেও—শ্লিপিং ট্ৰাউজাৰ নতুবা লংপেণ্ট পিন্ধিয়েই ঘৰত থকা সময়খিনি কটাই দিয়ে। চুৰিয়া নিপিন্ধে। পিন্ধিবলৈ বেয়া পায়।

দৰাইচোন চুৰিয়া চাদৰ পিন্ধিবই লাগিব।

চুৰিয়া পিন্ধা ককাইদেউৰ ৰূপটো কল্পনা কৰিবলৈ যত্ন কৰিলো।

কিন্তু চুৰিয়া চাদৰ পিন্ধিব পাৰিব জানো?

আৰু?

এটা প্ৰশ্নৰ মই উত্তৰ বিচাৰি পোৱা নাছিলো। সদায় চহৰত থকা ককাইদেৱে বিয়াৰ পিচত গাঁৱলৈ ঘূৰি আহিব নে বাৰু? নবৌক চহৰলৈ লৈ যাব নেকি?

নবৌজনী বা দেখিবলৈ কেনেকুৱা? ধুনীয়া হব চাগে। বৰ ককাইদেউ জানো কম ধুনীয়া?

বহুত প্ৰশ্ন—অলেখ কল্পনা।

কিন্তু তেতিয়া জানো এবাৰলৈকে মনলৈ আহিছিল: এইখন বিয়াই এটা বংশৰ ধ্বংস মাতি আনিব? এটা বংশৰ বুৰঞ্জী ওলট পালট কৰি পেলাব? নিঃচিহ্ন কৰি পেলাব বৰুৱা বংশৰ বহুদিনীয়া ঐতিহ্য—গৌৰৱ?

এটা বংশ ধ্বংসৰ কাৰণে দৰাচলতে কোন দায়ী? ডাঙৰ নবৌ নে কুঁৱৰী বৌ? নে মোৰ খামখেয়ালি? হয়তোবা কুঁৱৰী বৌ; নহলে ডাঙৰ নবৌ। যদি ডাঙৰ নবৌ দায়ী—তেন্তে তাৰ বাবে ময়ো কম জগৰীয়া নহয়। আৰু মোৰ সমানেই দায়ী কুঁৱৰী নবৌ।

সেয়া কুঁৱৰী নবৌ—এইখন ঘৰলৈ, বোৱাৰী হৈ অহাৰ কেইবছৰমান পিচৰ কথা।

## ॥ পাঁচ ॥

পৰিবৰ্ত্তন আৰু বিবৰ্ত্তন।

সময়ৰ বিবৰ্ত্তনে পৰিবৰ্ত্তন আনে।

বৰ ককাইদেউৰ বিয়াৰ পিচত ঘৰখন মৌ মিঠা হৈ পৰিছিল। ঘৰখনলৈ আহিছিল এটা নতুন ৰূপ। দেউতা শান্ত হৈ পৰিছিল। ভয় লগা দেউতাৰ ওচৰত নবৌয়ে সহজভাৱে কথা পতা দেখি মই তবধ মানিছিলো। দেউতাৰ এই পৰিবৰ্ত্তনৰ কাৰণ কি মই বুজি পোৱা নাছিলো। বাঘ যেন দেখা দেউতাক আগৰ দৰে মোৰ ভয় নলগা হ'ল। ওচৰলৈ গৈ কথা কোৱাৰ সাহস পাইছিলো। সেয়া নবৌৰ উপস্থিতি নে মোৰ বাঢ়ি অহা বয়স—নাজানো। হয়তোবা বাৰ্দ্ধক্যৰ হাত বাউলিত দেউতাৰ দৃষ্টিলৈ নামি আহিছিল জীৱনৰ অন্য এক ৰূপ। দেউতাই হয়তো পলমকৈ হলেও উপলব্ধি কৰিছিল: ক্ষমতাই জীৱন নহয়। দুৰ্বলৰ ওপৰত কৰা অত্যাচাৰেই মহত্ত্ব নবঢ়ায়। সেৱাইহে জীৱন সুন্দৰ কৰে। মহত্ত্ব কঢ়িয়াই আনে।

কিন্তু আজন্মৰ অভ্যাস ইমান সোনকালে পৰিত্যাগ কৰা সহজ নহয়। অকণমান কথাতে ৰায়তক চাবুক মৰা দেউতাই ৰাইজৰ সেৱায় মনোবৃত্তি লব পৰা নাছিল।

দেউতাৰ এই পৰিবৰ্ত্তনৰ কাৰণ: হয়তোবা বয়স; নহলে হয়তোবা সাম্ৰাজ্যবাদী শাসনৰ ওৰ পেলাই ভাৰতে লাভ কৰা স্বাধীনতাৰ ফল। দেউতাই হয়তো বুজিছিল: ৰাইজৰ সেৱা কৰিব নোৱাৰিলেও সেৱক হোৱাৰ অভিনয় কৰিবৰ হ'ল। কাৰণ যুগ

বদলিছে। ক্ষমতাৰ বাহাদুৰী দেখুৱাই নেতৃত্ব লোৱাৰ দিন আৰু নাই। সেই দিন কাহানিবাই উকলিল। স্বাধীন ভাৰতৰ মৌজাদাৰ এজনক কেৱে মানুহ বুলি গণ্য নকৰে। বিদেশী শাসকে দিয়া ৰায়বাহাদুৰ খিতাপৰ কোনো মূল্য নাই। সেই খিতাপ ম্যাদ উকলি যোৱা সংখ্যা গধুৰ চেক এখনৰ দৰেই মূল্যহীন।

দিন বাগৰে। মাহ পিচলি যায়। তাৰ পিচত বছৰ। এটা দুটাকৈ কেবাটাও শীত; বহুতো বসন্ত।

আঘোণৰ পকা ধাননি পথাৰবোৰ শুৱনি। সেই ধাননি পথাৰৰ সোণগুটি চপোৱা দাৱনীজাকে শীতৰ ঠেৰেঙাত ঠেটুৱা গলা হাত ভৰিবোৰ মাঘৰ বিহুৰ মেজিৰ জুইত সেকি ফাগুণক আদৰে। মাঘ যায়; ফাগুন আহে। ফাগুণৰ পচোৱাই মন কঁপোৱা দিনবোৰ মিঠা। জোনাক ভুৰা ৰাতিৰ স্মৃতিবোৰ যেন সপোনময়; সোৱাদ লগা জোনাকৰ আঁৰ লৈ দূৰৰ ক'ৰবাত ৰৈ ৰৈ বিনোৱা কুলিৰ মাতে মনবোৰ উকণ্ঠা কৰে।

তেনে এটা মন উকণ্ঠা কৰা দিনতেই কুঁৱৰী বৌ এইখন ঘৰলৈ ন-বোৱাৰী হৈ আহিছিল।

আৰু?

কুঁৱৰী বৌ অহাৰ আগতেই এইখন ঘৰলৈ নামি আহিছিল বহুতো পৰিবৰ্ত্তন। পৰিবৰ্ত্তন আহিছিল সমাজলৈ: পৰিবৰ্ত্তন আহিছিল মোৰ জীৱনলৈ। কৈশোৰ চেৰাই যৌৱনৰ মাজ মজিয়াত মই তেতিয়া দপ্‌দপাই ঘূৰি ফুৰিছো।

সেয়া বৰ নবৌ বোৱাৰী হৈ অহাৰ এটা দশকৰ পিচৰ কথা। সেই সময়ত মই হাইস্কুলত পঢ়ি থকা ছাত্ৰ নহয়। স্নাতক পৰীক্ষাৰ পিচত চাকৰি বিচাৰি ফুৰা চাকৰি প্ৰাৰ্থী; অন্যাৰ্থত নিৰন্নুৱা—উতন্নুৱা ডেকা। হেজাৰ স্বপ্নৰ ৰংবোৰ মোৰ চকুৰ পৰা তেতিয়াও ম্লান হৈ যোৱা নাই। চাকৰি পোৱা নাই। কিন্তু পাম। চাকৰি নাপালেও আন বহুতৰ দৰে চিন্তা কৰিবলগীয়া মোৰ একো নাই। ভাল চাকৰি

পালে কাবম। নাপালে আৰু দুটা বছৰ পঢ়িম। স্নাতকোত্তৰ ডিগ্ৰী লৈ কোনোবা এখন কলেজত সোমাম। তেনে এটা ভাব লৈ মুকলি মূৰীয়া হৈ ঘূৰি ফুৰিছিলো।

স্বাস্থ্য নিপোটল হৈ থাকিলেও বয়সে মাক আচুৰিছে। সাম্ৰাজ্যবাদী শাসনৰ ওৰ পৰাৰ পিচৰে পৰা দেউতা নিশ্চুপ। বিয়াৰ পিচত চহৰৰ চাকৰি ইস্তাফা দিয়া বৰ ককাইদেৱে কেইবছৰমান দেউতাৰ লগত মৌজাদাৰীৰ কাম শিকি মৌজাৰ সম্পূৰ্ণ দায়িত্ব লোৱাৰ বাবে নিজকে প্ৰস্তুত কৰিছিল। তাৰপিচত এদিন মৌজাৰ সকলো দায়িত্ব ককাইদেউৰ হাতত সঁপি দি দেউতা নিশ্চিন্ত হৈ পৰিছিল।

আৰু মা ?

মাৰো যেন কৰিবলৈ একো নাই। আজি কালি মা গৃহকৰ্ত্ৰী নহয়; গৃহকৰ্ত্ৰী নবৌ। কাৰণঃ নবৌৰ বৰ্ত্তমানত মাই ঘৰৰ কাম কৰিলে মহাভাৰতখন যেন অশুদ্ধ হৈ যাব। নবৌৰ কাৰণে সেয়া লাজৰ কথা; অপমানৰ কথা। সেই কাৰণে নবৌয়ে মাৰ হাতৰ পৰা সকলো কাম কাঢ়ি নিছিল; আৰু তেনেকৈয়ে হৈ পৰিছিল গৃহকৰ্ত্ৰী।

কিন্তু অকল জানো মোৰ জীৱনলৈকে পৰিবৰ্ত্তন আহিছিল ? পাহিৰ জীৱন লৈ অহা নাছিল ?

পাহি, মাহী আৰু আইতা।

কলঙৰ বাঢ়নি পানী আৰু ছোৱালীৰ যৌৱন; দুয়োটাই বোধহয় একে। ছোৱালী আৰু লাইশাকে হেনো সমান। ছোৱালীবোৰ লাই শাক বঢ়াৰ দৰে বাঢ়ে। সিহঁতৰ জীৱনলৈ যৌৱন আহিবলৈ সৰহ দিন নালাগে। কলঙৰ বুকুলৈ বাৰিষাৰ ঢল অহাৰ দৰেই ছোৱালীৰ জীৱনলৈ যৌৱন আহে; আৰু সেই একে গতিৰেই অকালতে এদিন গুচিও যায়।

নাৰীৰ চৰিত্ৰ আৰু পুৰুষৰ ভাগ্যঃ দেৱতায়ো নাজানে হেনো।

কিন্তু কথাষাৰ সঁচা নহয় হবলা। নাৰীৰ যৌৱন কেতিয়া কোন মুহূৰ্তত মৰহি যায়, আৰু পুৰুষৰ জীৱনলৈ কেনেকৈ দুৰ্যোগ আহে সেই কথা যে দেৱতায়ো নাজানে—সেইটোহে সঁচা কিজানি।

ফটা কানিৰ পুতুলা সাজি দৰা-কইনা খেলা, পাহি তেতিয়া নিজেই কইনা সাজি আন এঘৰলৈ ওলাই গৈছিল।

সেইদিনা আইতা নাছিল। কিন্তু মাহী আছিল। মা আৰু মাহীৰ আনন্দই সিদিনা হিয়া নধৰা হৈছিল।

পাহি ধুনীয়া, ৰূপহী। কিন্তু পাহিৰ দৰে কেউ কিছু নোহোৱা ছোৱালী এজনীয়ে তেনে এজন দৰা পোৱাটো ভাগ্যৰ কথা।

কিন্তু বেচেৰী পাহি।

শৈশৱৰ ভালপোৱা আৰু যৌৱনৰ প্ৰেমে প্ৰতাৰণা কৰা পাহিয়ে জানো ভাবিছিল: সেই বিয়াখনেই তাইৰ জীৱনৰ বৰ বিষ হব গৈ?

ককাইদেউৰ বিয়াৰ কেইমান পিচত আইতা এদিন আঁতৰি গৈছিল। অকলশৰীয়া পাহি আৰু মাহীয়ে কান্দিছিল। কিন্তু মই দেখা নাছিলো। খবৰটো পাইছিলো বহুদিন পিচত। পূজাৰ বন্ধত ঘৰলৈ আহোতে মাৰ মুখত শুনিছিলো: আইতা হেনো নাই; বহাগ বিহুৰ কেইদিনমান পিচতে ঢুকাল। টাইফিয়ডত ভুগি ভালেমান দিন বিছনাত পৰি থকা কাৰণে গৰমৰ বন্ধত ঘৰলৈ আহিব পৰা নাছিলো। সেই কাৰণে খবৰটো পোৱাত ভালেমান দিন মোৰ পলম হৈছিল।

মোৰ বেয়া লাগিছিল। হুকুহুককৈ কান্দিবলৈ মন গৈছিল। আইতা, পাহি আৰু মাহী যে আমাৰ একো নহয়—সেই কথা তেতিয়ালৈকে মই জনা নাছিলো। জানিছিলো বহুত পিচত।

স্কুল বন্ধ হলেই মোমাইদেউহঁতৰ ঘৰৰ পৰা গাঁৱলৈ আহো। নবৌৰ লগত চুপতি মাৰো। হাঁহো; কথা পাতো। পাহিহঁতৰ ঘৰলৈ যাওঁ। মাহীয়ে কিবাকিবি জলপান খাবলৈ দিয়ে। খাওঁ। 'নেখাওঁ' বুলি কলে পাহিয়ে মুখখন ওন্দোলাই মোক শুনাই মাকক

কয়ঃ আমিনো কোন? আমাৰ ঘৰত কেলৈই খাব? সেই কাৰণে মই দিবই খোজো নাছিলো। তুমিহে দিবলৈ কৈছিলা।

তাকৰ কৈ দিবলৈ কলেও জগৰ লাগে। মাহীয়ে জক্জকাই উঠে ঃ খাচোন। সেই কেইটা জলপানো খাব নোৱাৰ নে? চেমনীয়া ল'ৰা। তই আহিবি আহিবি বুলি কিমান দিন আগৰে পৰা কোমল চাউল কেইটা সাঁচি থৈছো। খা বোপাই।

জলপান খাই অহাৰ পিচত ভোক নাথাকে। খাব নোৱাৰি ঘৰত ভাত এৰিলেও বিপদ। ওপৰত কোনো নথকা যেন পালেই নবৌয়ে জোকায় ঃ এৰা, ল'ৰাৰ আচল ভোক ক'ৰবাত হে। পেটৰ ভোকতকৈ মনৰ ভোকৰ চোকহে বেছি। চাই চাই হেঁপাহেই নপলায়—নহয় নে বোপাই?

"মই বুজা নাই নবৌ।" মই সঁচাকৈয়ে বুজি পোৱা নাছিলো।

"এৰা, কেনেকৈ বুজিবা? কাৰ মৰমত ঘৰলৈ আহিছা—বুজিছো নহয়। মুখতহে নবৌ। আচলতে কথা ক'ৰবাত।"

তাৰ পিচত ইফালে সিফালে চাই স্নুৰীয়া মাতেৰে কৈ উঠে ঃ চোবাই খাবলৈ নহলি যে তিয়ঁহৰ জালি। হয়নে বোপাই?

নবৌয়ে কালৈ ঈঙ্গিত কৰি তেনেদৰে কয়—মই বুজি পাওঁ। লাজত মোৰ কাণ-মূৰ গৰম হৈ পৰে। লৰালৰিকৈ ভাত কেইটা-মান গিলি আঁতৰি আহো। পাহিৰ ওচৰলৈ আৰু নাযাওঁ বুলি মনতে প্ৰতিজ্ঞা কৰো।

কিন্তু ৰাতি পুৱালেই মনটোচোন চঞ্চল হৈ পৰে। পুৱা গধূলি মাহীহঁতৰ ঘৰলৈ মনটো উৰা মাৰে। যাবলৈ নাপালেই কিবা এটা অশান্তি—অস্বস্তি লাগে। আগদিনা নিশাৰ মৌন প্ৰতিজ্ঞাৰ কথা তেতিয়া পাহৰি যাওঁ। নবৌলৈও খং উঠে। পাহিৰ কাৰণে মাহীহঁতৰ ঘৰলৈ যাওঁ বুলি ককাইদেউক কয় বুলিহে মনটো সেমেকি পৰে।

কিন্তু মই জানো অকল পাহিৰ কাৰণেই মাহীদেউৰ ঘৰলৈ যাওঁ।

সকৰেপৰা দেখি অহা পাহিজনীক নতুন নতুন যেন লাগে। এজনী যেন অচিনাকি গাভৰু; নতুন ছোৱালী। এইজনী পাহিক মই চিনি নাপাওঁ। আগতে কাহানিও দেখা নাই। তথাপি কিবা এটা আকৰ্ষণে মোক টানি নিয়ে। তাইৰ কথাবোৰ মিঠা মিঠা লাগে। লাজ লাজ কৈ মোক এৰাই ফুৰিব খোজা পাহিক টানি আনি ওচৰত বহুৱাই কথা পাতি থাকিবলৈ মন যায়।

তাইৰ চাৱনিটোত যেন যাদু আছে। গাৰ গোন্ধত লুকাই আছে মন উতলা কৰা কিবা এটা মাদকতা। আটাইবোৰ গাভৰুৰ গাৰ গোন্ধে মন খাইজাই কৰে নেকি বাৰু?

কিন্তু?

তাইৰ ওচৰত থিয় হ'লেইচোন মোৰ বুকুখন কঁপি উঠে। কথাবোৰ কিবা বেবেৰি বাং হৈ পৰে। ডিঙিটো শুকাই যোৱা যেন লাগে। কিয় তেনে হয়—বুজি নাপাওঁ। তথাপি তাইৰ 'ওচৰলৈ যাবলৈ' নাপালেই—পাহিক নেদেখিলেই মনটো চট্‌ফট্ কৰে।

অৱশেষত মোমাইদেউহঁতৰ ঘৰলৈ উভতি যোৱাৰ দিন চমু চাপি আহে। মনটো কেনেবা কেনেবা লাগে। পাহিৰ চকুহাল সেমেকি উঠে। কিবা এটা যাতনাত বুকুখন পোৰে। যাবলৈ ওলায়ো যাবলৈ মন নাযায়। মা বা নবৌহঁতে 'আজি নালাগে যাবলৈ' বুলি কলেই যেন ভাল পাওঁ। গা বেয়া লগা, মূৰ কামোৰা বুলি মাক শুনাই শুনাই কওঁ। কিন্তু তথাপিচোন মাই থাকিবলৈ নকয়। উপদেশৰ সুৰত মায়ে মাথোন কয়: চাবি, সাৱধানে থাকিবি। আজি কালি যেমাৰ আজাৰৰ দিন।

কিবা এটা চেলু লৈ বাৰীৰ পিচফাললৈ গৈ পাহিহঁতৰ নঙলা মুখলৈ চাওঁ। লুকাই চুৰকৈ চকুলো মচো। ওলাই আহিব খোজা চকুলো দুধাৰ জোৰকৈ চেপি ৰাখি স্নহুৰিয়াই স্নহুৰিয়াই শেষ মুহূৰ্ত্তলৈ ঘূৰি ফুৰো। অকলশৰীয়াকৈ পালেই নবৌয়ে জোকায়: যাবলৈ মনেই নাযায়—নহয় নে হে?

"কেনেই ?" বুজিও অঁকৰাটোৰ দৰে সোধো।

"হেজাৰ হওঁক—ঘৰখন এৰি যাবলৈ কাৰ ভাল লাগিব—কোৱাচোন ? মামীদেউইঁতৰ ঘৰত মোৰ দৰে জানো নবৌয়েৰা এজনী পাবা ? ঘৰৰ আকৰ্ষণেই বেলেগ।"

উত্তৰ দিবলৈ মোৰ ধৈৰ্য্য নাথাকে। উত্তৰ দিয়াৰ প্ৰয়োজনো নাই : প্ৰয়োজন থাকিলেও মই উত্তৰ দিব নোৱাৰিলোহেঁতেন। কথা কব নোৱাৰা হৈ যাওঁ। কথা কলেই যেন দুচকু ফাটি চকুপানী বৈ আহিব। ব্যস্ততা দেখুৱাই নবৌৰ ওচৰৰপৰা লৰালৰিকৈ আঁতৰি আহো।

তেনেকৈয়ে দিন গৈছিল। হাইস্কুলৰ শেষ পৰীক্ষা দি কলেজ পাইছিলো গৈ। মই তেতিয়া দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ।

হঠাতে এদিন সকলোবোৰ ওলটপালট হৈ গ'ল। ক'ৰবাত যেন বজ্ৰপাত হৈছিল।

ঃ হেৰি নহয় সোণ।

পূজা বন্ধৰ পিচত কলেজলৈ উভতি যোৱাৰ সময়ত কোৱা কথাষাৰ শুনি মাৰ মুখলৈ চাই ৰলো।

ঃ ডাঙৰ মোমায়েৰাক কবিচোন—কথাটোৰ কি হ'ল। খা-খবৰ লৈ মোক সোনকালে জনাবলৈ দিবি।

ঃ কি কথা মা ?

ঃ তিলক বৰাৰ নাম কলেই মোমায়েৰে বুজি পাব—বুইছ ?

মই একো বুজি পোৱা নাছিলো। মোমাইদেউইঁতৰ ঘৰৰ ওচৰতে তিলক বৰা এজন আছে। মই চিনি পাওঁ। ভাল বিহুগীত গায়। বিহু-ঢোল বায়। ভাৱনাত সীতা মন্দোদৰীৰ ভাওঁ লয়। দেখনিয়াৰ ডেকা। বিধৱা মাকৰ একমাত্ৰ সন্তান। চহৰত ওভাৰচিয়াৰ কৰে। অৱস্থা স্বচ্ছল। চহৰত চাকৰি কৰা শিক্ষিত ডেকাবোৰে বিহু-ঢোল বাবলৈ—ভাৱনাত ভাওঁ লবলৈ এৰায়। কিন্তু তিলক বৰা তাৰ ব্যতিক্ৰম। সেই কাৰণে গাঁৱৰ বাইজে তিলক বৰাক

বৰ ভাল পাইছিল। মাকজনী মাজে-সময়ে মোমাইদেউহঁতৰ ঘৰলৈ আহে। ডাঙৰ মামীদেউৰ লগত কথা পাতে। তামোল চালি খায়।

মাই সেইজন তিলক ববাব কথাকে কৈছিল হবলা। কিন্তু তিলক ববাৰ বিষয়ে মাক কি কথা মোমাইদেৱে জনাব লাগে—সেইটোহে বুজি পোৱা নাছিলো।

অহেতুক সন্দেহত মনটো গোন্ধাইছিল। মাৰ কথাষাৰ মোমাইদেউক কওঁ কওঁ বুলিও সেই কাৰণেই কোৱা নাছিলো। সন্দেহেই যদি সঁচা হয়!'

আৰু?

সেইটোয়ে হৈছিল। মোৰ সন্দেহেই এদিন সঁচা হৈ পৰিল বুকুখন চিৰিংকৈ উঠিল। মই যেন অমূল্য সম্পদ এটাহে হেৰুৱাবলৈ ওলাইছো। মই চট্‌ফটাই উঠিলো। মনটো পুৰিছিল; চঞ্চল হৈ পৰিছিল। চকুৰে ধোঁৱা কোৱা দেখিলো। ইচ্ছা হৈছিল: মই যেন চিঞঁৰি চিঞঁৰি কান্দিম। মোমাইদেউক কম: বিয়াখন বন্ধ কৰি দিয়ক মোমাইদেউ। এইখন বিয়া হব নোৱাৰে। চিৰদিন পাহি এনেদৰেই থাকক; এনেদৰেই থাকিব। তাইক এঘৰলৈ উলিয়াই দিলে মই সহ্য কৰিব নোৱাৰিম।

কিন্তু উপায় নাছিল। কওঁ বোলা আটাইবোৰ কথা সকলোকে কব নোৱাৰি। কোৱা নাযায়।

অসহায় অৱস্থাত পৰা মানুহৰ ন্যায়-অন্যায় বিচাৰ কৰাৰ ক্ষমতা নাথাকে। সম্ভাব্য অসম্ভাব্য বিচাৰ কৰাৰ ধৈৰ্য্য হেৰাই যায় নিৰ্দোষী নিৰাপৰাধীজনকো—দোষী আৰু অপৰাধী বুলি ভাবিবলৈ মন যায়। মোৰ সকলো খং-আক্ৰোশ গৈ তিলক ববাৰ ওপৰত খুপ খাই পৰিল। ভাৱ হৈছিল: সকলো অনৰ্থৰ মূল যেন তিলক ববা। তিলক ববাৰ কাৰণেই পাহি আঁতৰি যাব।

মই মনে-প্ৰাণে ভগৱানক প্ৰাৰ্থনা জনাইছিলো: তিলক ববাৰ

কিবা এটা অমঙ্গল হওঁক। কিবা এটা যেন অমঙ্গল হয়। পাহি—চিৰদিন পাহি হৈ থাকক। আবিয়ৈ হৈ ৰওঁক।

কিন্তু মোৰ মৌন প্ৰাৰ্থনা ভগৱানৰ কাণত পৰা নাছিল।

মাই কৈ পঠিওৱা কথাষাৰ মোমাইদেউক মই সোঁৱৰাই দিয়াৰ প্ৰয়োজন নহ'ল। মই নকলেও মামীদেৱে বোধহয় মোমাইদেউক কৈছিল। বিয়াৰ দিনবাৰ ঠিৰাং কৰি মালৈ খবৰ দি পঠিয়াইছিল।

আচলতে দোষী মোমাইদেউ নহয়; দোষী মা। মামীদেউক হাকোটা লগাই মাই তিলক বৰালৈ পাহিক বিয়া দিয়াৰ কথা পাতিছিল। মাহীদেৱে সেই বিষয়ে একো নাজানে। মাৰ ধাৰণা: মামীদেউহঁত ওচৰত থাকিলে বিপদে-আপেদে পাহিৰ সহায় হব কেনীয়াবা কাচিত মোমাইদেউহঁতৰ ঘৰলৈ গলে মাই তাইক চাই আহিব পাৰিব।

মাৰ প্ৰতি মোৰ মনটো বিষাই উঠিল।

কিন্তু তিলক বৰাহঁত জানো বামুণ?

অৱশেষত মামীদেউক এদিন স্পষ্টকৈ সুধিয়েই পেলাইছিলো: আমিচোন বামুণ। তিলক বৰাহঁত জানো বামুণ?

"বামুণ মানুহে কেতিয়াবা বৰা উপাধি লিখে বুলি ক'ৰবাত শুনিছা জানো?"

"তেনেহলে জাত পাত নিবিচৰাকৈ পাহিৰ বিয়া···।"

মই আৰু কব নোৱাৰিলো। মাত নোলাল।

"জাত-পাত নিমিলে বুলি তোমাক কোনে কলে?"

"পাহি তেনেহলে বামুণ নহয়? মাহীদেউহঁত আমাৰ···।"

"অঁকৰাটো ক'ৰবাৰ। তুমিনো ইমান দিনে কি বুলি ভাবিছিলা?"

"মাহীদেউক আমাৰ আপোন মাহীদেউ বুলি ভাবি আছিলো।"

মোৰ উত্তৰটো শুনি মামীদেৱে ঢেক্ ঢেক্কৈ হাঁহি উঠিল। লাজত মই তলমূৰ কৰি ৰ'লো।

নবৌয়ে খোচ মাৰি কোৱা কথাবোৰলৈ মনত পৰিল। ভালেটিহে মই আপোন ভনী বুলি ভবা পাহিক লৈ নবৌয়ে মোক জোকাইছিল।

কিন্তু ?

পাহিক জানো মই ভনীৰ দৃষ্টিৰেই চাইছিলো ? আৰু পাহিয়ে ? সেয়া জানো আমাৰ অকল ককাই-ভনীৰ মৰম আছিল ? আৰু পাহি যদি সঁচাকৈয়ে আপোন মাহীৰ ছোৱালী হ'লহেঁতেন ?

প্ৰথম যৌৱনৰ চপলতাই মোৰ দৰে আৰু বহুতকে বিশ্বাসঘাতকতা কৰে হবলা।

জীৱনৰ চূড়ান্ত আঘাতত মোৰ হিয়া থান্-বান্ হৈ গৈছিল। আটাইবোৰ মানুহৰ ওপৰতে বিশ্বাস হেৰাই গৈছিল। মা, মাহী, মোমাইদেউ আৰু পাহি। মই কাকো বিশ্বাস কৰিব পৰা নাছিলো। শ', ঘৃণা আৰু আক্ৰোশত পাহিৰ প্ৰতি মনটো বিষাই উঠিল। সকলো দোষ যেন পাহিৰ। ইচ্ছা কৰা হলে পাহিয়ে বিয়াখন ভাঙি দিব পাৰিলেহেঁতেন। কিন্তু নিদিলে। পাহি বিশ্বাসঘাতিনী। নাৰীৰ মৰমত কোনো সঁজাত নাই।

পাহিয়ে মোক প্ৰতাৰণা কৰিছিল বুলি জানিও মই বুজনি লব পৰা নাছিলো। বুকুৰ পোৰণিত চট্‌ফটাই উঠিলো। উশাহ যেন মোৰ বন্ধ হৈ যাব। মই যেন ক'ৰবালৈ গুচি যাম। কোনোৱে নেদেখা— বিচাৰি নোপোৱা দূৰ দূৰণিত হেৰাই যাম।

কিন্তু নোৱাৰিলো। অসহ্য যন্ত্ৰণাত মই চট্‌ফটাই উঠিলো।

অৱশেষত এদিন ৰাতিপুৱা।

ঢোল আৰু পেঁপাৰ শব্দ ভাঁহি আহি মোৰ কাণত পৰিল। মামী আৰু মোমাইদেউহঁতৰ গাত তত্ নাই। তিলক ৰবাৰ মাকতকৈও বৰ মামীদেউৰ ব্যস্ততা আৰু উলহ মালহহে যেন বেছি হৈ পৰিল। মোমাইদেউ যেন মোমাইদেউ নহয়; দ'ৰাৰ বাপেকীহে।

আৰু মই ?

ঢোলৰ শব্দত, পেঁপাৰ প্ৰতিটো কঁপনিত মোৰ বুকুখন যেন চিৰাচিৰ হৈ যাব। সেয়া যেন ঢোল-পেঁপাৰ শব্দ নহয়; একো একোটা নগা যাঠিৰ খোচ; চোকা তৰোৱালৰ আঘাত।

উচুপি উচুপি মই ভাগৰি পৰিছিলো। চকু মুখবোৰ উখহি পৰিছিল কিজানি। ভগৱানক ধন্যবাদ। কাৰণ মোৰ সেই অৱস্থাটো কেৱে দেখা নাছিল। মোক আমনি কৰিবলৈ ঘৰত কোনো নাছিল। বন্ধ কোঠালীটোৰ ভিতৰত মই অকলে পৰি ৰলো।

জীৱনৰ এটা অধ্যায় তেনেকৈয়ে পাৰ হৈ গ'ল।

কিন্তু বেচেৰী পাহি?

পাহিৰ কথা তেতিয়ালৈকে মই জনা নাছিলো। জানিছিলো বহুত পিচত।

বিয়াৰ কথা শুনি তাই হেনো কান্দিছিল। কান্দি কান্দি মাকক কৈছিল: মই বৰ হতভাগিনী; অকলশৰীয়া। মোৰ কোনো নাই। বৰ আশা কৰিছিলো: ককাইদেউ আহিব। কিন্তু নাহিল। মোক কেৱে বুজি নাপালে। মা হৈ তই বুজিবি বুলি ভাবিছিলো। কিন্তু নুবুজিলি। ককাইদেৱেও মোক ভুল বুজিলে।

পাহিৰ কথাবোৰ মাহীদেৱে হয়তো বুজি পোৱা নাছিল। মই বুজি পাইছিলো। কিন্তু তেতিয়া আৰু উপায় নাছিল। ইতিমধ্যে বহুতো পলম হৈ গৈছে। মাহীদেৱে বুজি পোৱা হলেও লাভ একো নহ'লহেঁতেন। মাহীদেউ নিৰুপায়; পাহি অসহায়।

আৰু মই?

মই অক্ষম; দুৰ্বল। মা, দেউতা আৰু সমাজৰ বিৰুদ্ধে যোৱাৰ সাহস মোৰ নাই। পাহি আৰু মোৰ মাজত যি সামাজিক ব্যৱধান— সেই ব্যৱধান আৰু বাধাৰ প্ৰাচীৰ ভাঙি পাৰ হৈ যোৱাৰ মোৰ সামৰ্থ ক'ত? মই তেতিয়াও পৰনিৰ্ভৰশীল। ভাবতে স্বাধীনতা পালেও

আমাৰ দৃষ্টিভঙ্গী সলনি হবলৈ আৰু কেবাটাও যুগ আমি অপেক্ষা কৰিব লাগিব।

সেয়া যদি প্ৰেম—তেন্তে মই ব্যৰ্থ প্ৰেমৰ পৰাজিত দুৰ্বল নায়ক। যদি প্ৰথম যৌৱনৰ চপলতা—তেনেহলে জীৱনৰ বাটত উজুটি খোৱা অসহায় পথিক।

ব্যৰ্থ প্ৰেমিক নে জীৱনৰ বাটত উজুটি খোৱা পথিক মই নাজানো। কিন্তু পাহিৰ অভাৱটো সহ্য কৰিব পৰা নাছিলো। বিয়াৰ পিচত মই তাইক আৰু লগ পোৱা নাই। দেখা নাছিলো। লগ পাইছিলো বহুত পিচত। বিয়াৰ ছমাহমান আগতে লগ পোৱা পাহিক বিয়াৰ পিচত এবাৰ চাবলৈ—লগ পাবলৈ খুউব ইচ্ছা হৈছিল তাইৰ ওচৰলৈ গৈ নিষ্ঠুৰভাৱে তিৰস্কাৰ কৰি বহুত কিবাকিবি কবলৈ মন গৈছিল। কিন্তু কব নোৱাৰিলো। কিবা এটা আক্ৰোশত—অপমানত পাহিৰপৰা আঁতৰি থাকিছিলো। পাহিক দেখা কৰিব খোজা হলে মই দেখা কৰিব পাৰিলোহেঁতেন। আমি একেখন গাঁৱতে থাকো। মোমাইদেউহঁতৰ ঘৰৰপৰা পিলক বৰাহঁতৰ ঘৰৰ দূৰত্ব তেনেই সামান্য: দুয়োটা পৰিয়ালৰ মাজত মাথোঁন কেইঘৰমানৰ ব্যৱধান। তথাপি অজানিতে এটা অভিমানত পাহিৰ ওচৰলৈ মই যাব পৰা নাছিলো। ভাৱ হৈছিল: পাহিৰ সৈতে মই যেন মুখামুখি হব নোৱাৰিম। অপৰাধীৰ দৰে মই দুৰ্ব্বল হৈ পৰিছিলো।

বিয়াৰ কেইদিনমান পিচত।

মোমাইদেউহঁতে ন-দৰা-কইনাক ভাত খাবলৈ মাতিছিল। সিদিনা মোৰ কলেজ নাছিল। কেইদিনমান আগতে বাচনি পৰীক্ষা শেষ হৈ গৈছে। গতিকে কলেজলৈ যোৱাৰ প্ৰয়োজন নাই। কিন্তু মই ৰাতিপুৱাই ঘৰৰপৰা ওলাই গৈছিলো। কিয় জানো—পাহিৰ সৈতে ভেটা-ভেটি হবলৈ মোৰ সঙ্কোচ হৈছিল। মোমাইদেউহঁতৰ ঘৰলৈ ভাত খাবলৈ অহা পাহিয়ে মোক দেখি কি সুধিব বাৰু? কি কব?

আৰু মই ?

ময়েই বা তাইক কি সুধিম ? কি কম ?

তাৰ পিচতো দিন গৈছিল।

আৰু ?

তাৰ পিচত কি হৈছিল—এতিয়া থ'ক। পিচত।

ইতিমধ্যে মই এখন নতুন পৃথিবীৰ বুকুত খোজ পেলাইছিলো। সেইখন পৃথিবী—অন্য এক নতুন পৃথিবী। সেইখন পৃথিবীৰ ৰং সুকীয়া ; ৰূপ মোহনীয়।

## ॥ ছয় ॥

বিচিত্র পৃথিবী। তাতোকৈ বিচিত্র মানুহৰ মন।

শ্ৰেয়ৰ যি আকৰ্ষণ ; প্ৰেয়ৰ যি মোহ—সেই আকৰ্ষণ আৰু মোহে আমাক কেতিয়াবা আমুৱায়। এসময়ৰ যি প্ৰেয়—সেয়ে এদিন হৈ পৰে অত্যন্ত অপ্ৰিয়—জীৱনৰ তিতা গৰল। সেই গৰলৰ পৰা হাত সাৰিবলৈ আমি তেতিয়া পলাই ফুঁৰিব খোজো।

পাহিৰ ওচৰৰ পৰা আঁতৰি আহিব পাৰিলেই যেন ৰক্ষা পাওঁ নহলে মোমাইদেউহঁতৰ ওচৰত মই কেতিয়াবা ধৰা পৰি যাম। মোমাইদেউহঁতে জানিব। কোনোবা দুৰ্বল মুহূৰ্ত্তত হেৰুৱাই পেলাম সকলো সংযম ; ধৈৰ্য্য আৰু আত্মবিশ্বাস। আৰু তাৰ পৰিণতি ধ্বংস হৈ যাব এটা জীৱন ; এখন ঘৰ—এজনী অসহায় নাৰীৰ ভৱিষ্যত।

মন কৰিলেই চেলু ওলায়।

অৱশেষত চেলু এটা লৈ মই আঁতৰি আহিছিলো।

পাহিৰ বিয়াৰ কেইসপ্তাহমান পিচত।

মোমাইদেউহঁতৰ ঘৰৰপৰা আহি গুৱাহাটী পাইছিলোহি! সৰু ককাইদেউ গুৱাহাটীত থাকে। গতিকে গুৱাহাটীত থাকিবলৈ মোৰ অসুবিধা নাছিল। ইতিমধ্যে বাচনি পৰীক্ষা শেষ হৈ গৈছিল পৰীক্ষাৰ কাৰণে ফৰ্ম পূৰোৱাৰ পিচত কলেজ কৰাৰ প্ৰয়োজন নাই। তদুপৰি পৰীক্ষাৰ কেন্দ্ৰ গুৱাহাটী। আমাৰ কলেজত তেতিয়াও পৰীক্ষাৰ কেন্দ্ৰ খোলা নাছিল। নিম্ন স্নাতক পৰীক্ষাৰ পিচত স্নাতক

শ্ৰেণীত পঢ়িবলৈ গুৱাহাটীলৈ আহিবই লাগিব। গতিকে আগতীয়াকৈ সৰু ককাইদেউৰ ওচৰলৈ যোৱাৰ কাৰণে মই সিদ্ধান্ত লৈছিলো। তেখেতৰ ওচৰত থাকিলে মোৰ পঢ়া-শুনাত অলপ সহায় হব। সেই কাৰণে মোমাইদেউহঁতৰ ঘৰৰপৰা গুৱাহাটীলৈ আহিবলৈ ওলোৱাত তেখেতসকলেও আপত্তি কৰা নাছিল। অৱশ্যে চিনাকি ঘৰখনৰ মৰম চেনেহৰ মাজৰ পৰা আঁতৰি আহিবলৈ মোৰ বেয়া লাগিছিল। ডাঙৰ মামীদেৱে কান্দিছিল। সৰু মামীদেউৰ চকু দুটা সেমেকি পৰিছিল। মোমাইদেউহঁতে আশীৰ্বাদ দিছিল। পৰীক্ষাৰ পিচত আকৌ তেখেত সকলৰ ঘৰলৈ ঘূৰি যাবলৈ কৈছিল। মামীদেউহঁতৰ নিশ্চিত ধাৰণা: পৰীক্ষাৰ পিচত সঁচাকৈয়ে মই আকৌ ঘূৰি যাম। পৰীক্ষাৰ খবৰ নোহোৱালৈকে তেখেতসকলৰ ঘৰত থাকিম।

কিন্তু মই যোৱা নাছিলো।

অৱশ্যে পৰীক্ষা হৈ যোৱাৰ পিচত কেবা দিনো সিদ্ধান্ত লৈছিলো: মোমাইদেউহঁতৰ ঘৰলৈ যাম। পাহিক চোৱা দুৰ্বাৰ হেঁপাহত মনটো উদ্বাউল হৈ পৰিছিল। কিন্তু যাবলৈ ওলায়ো যাব পৰা নাছিলো। শেষ মুহূৰ্ত্তত মনটো কোচ খাই গৈছিল। পাহিয়ে জানো আগৰ দৰে মোৰ ওচৰত থিয় হব পাৰিব? কথা কবলৈ সুযোগ পাব? পাহিতো এতিয়া আৰু গাভৰু জীয়ৰী নহয়: বোৱাৰী।

সময় ৰৈ নাথাকে। পৰীক্ষাৰ পিচৰ দিনবোৰে এদিন দুদিনকৈ পাৰ হৈ গৈছিল। অৱশেষত এদিন পৰীক্ষাৰ খবৰ ওলাইছিল। তাৰ পিচত আৰম্ভ হৈছিল কলেজীয়া জীৱন।

নিৰ্দ্ধাৰিত কাৰ্য্যসূচীৰে কলেজৰ দিনবোৰ আগবাঢ়ে। অধ্যাপকৰ বক্তৃতা, ইউনিয়ন বডিৰ নিৰ্বাচন, ফ্ৰেছমেন চ'চিয়েল আদিৰ মাজেৰে দিনবোৰ পাৰ হৈ যায়। তাৰ পিচত পূজাৰ বন্ধ আহে। পূজাৰ বন্ধও এদিন শেষ হৈ যায়। শৰতৰ আকাশৰ শুকুলা ডাৱৰবোৰ ক'ৰবাত হেৰোয়। সেইখন আকাশৰ চকুলোৰ টোপালেৰে ভুৰবিব

মনত মুকুতা সিঁচি হেমন্তই হাঁহে। পুৱাৰ মিঠা ৰ'দজাকত মুকুতা মণিবোৰে তিৰবিৰায়। দূৰণিৰ কহুৱানি ডৰাই নাচি নাচি চোঁৱৰ বুলাই শীতক আদৰে। কেইদিনমানৰ কাৰণে কলেজ আকৌ বন্ধ হয়। পৱিত্ৰ বৰদিনৰ আনন্দত খৃষ্টান ছাত্ৰ-ছাত্ৰীবোৰে কেৱল গায়।

কিন্তু কলেজ বন্ধ হলেই আগৰ দৰে আজি-কালি মোৰ ঘৰলৈ মনত নপৰে। মন উৰা নামাৰে। গাঁৱলৈ যাবলৈ মন নাযায়। নবৌয়ে চিঠি লিখে: গাঁৱলৈ অহা বাটটো বাহৰি গলা নেকি? ইমান সোনকালে আমাক পাহৰি যাবা বুলি ভবাই নাছিলো। সেই কাৰণে পূজাৰ বন্ধত নাহিলা চাগে? নে কলেজৰ পঢ়া বহুত বেছি হৈছে? সেয়েহে ঘৰলৈ আহিবলৈ সময় নোপোৱা? বুজিলো: পঢ়া ক্ষতি হব বুলি ঘৰলৈ আহিবলৈ সময় নহয়। কিন্তু পৰীক্ষাৰ পিচত আজৰি সময়খিনিত কেঁলেই আহিব নোৱাৰিলা? কাৰ ওপৰত অভিমান কৰি—অৰ্থাৎ কিয় অহা নাই—আনে নাজানিলেও মই জানো। পিচে কিমান দিন ঘৰলৈ অহা নাই—এবাৰ ভাবি চাবাচোন। মাই হোৱা তোমাক বহু দিন দেখা নাই। বৰদিনৰ বন্ধত দহোকুৰি মাতিছে। যেনেতেনে আহিবা। তুমি নাহিলে মায়ে মনত বৰ আঘাত পাব। আহিবা দেই সোণ।

নবৌৰ চিঠিখন পাই মনটো সেমেকি পৰে। মালৈও মনত পৰিল।

বেচেৰী!

মাজনীক যে কিমান দিন দেখা নাই। আৰু নবৌজনীক?

সিবেলি ঘৰৰ পৰা অহাৰ সময়ত দেউতাৰ গা ভাল নাছিল। তাৰ পিচত দেউতাৰ খবৰ আৰু পোৱা নাই। ডাঙৰ ককাইদেৱে এবাৰ লিখিছিল: দেউতাৰ সম্পূৰ্ণ জিৰণিৰ প্ৰয়োজন। উচ্চ ৰক্ত-চাপত ভোগা দেউতাক সা-সম্পত্তি আৰু মৌজাৰ কাম সম্পৰ্কে অকণো চিন্তা কৰিবলগীয়া নোহোৱাকৈ ৰাখিবলগীয়া হোৱা কাৰণেই মোৰ কামৰ হেঁচা ক্ৰমান্বয়ে বাঢ়ি আহিছে। গতিকে আজি-কালি

গুৱাহাটীলৈ গৈ তহঁতৰ খা-খবৰ লোৱা সম্ভৱ নহয়। চিঠি-পত্ৰ দিবি। মাজে-সময়ে ঘৰলৈ আহি গৈ থাকিবি।

চিঠিখন বৰ ককাইদেৱে অৱশ্যে মোলৈ লিখা নাছিল। লিখিছিল সৰু ককাইদেউলৈ।

বৰ ককাইদেৱে সৰু ককাইদেউলৈ তেনেদৰে লিখাৰ কাৰণ নোহোৱা নহয়। কাৰণ আছিল। কিয়নো সৰু কাকাইদেউৰ বনৰীয়া স্বভাৱটোৰ কথা ঘৰৰ আটায়ে জানে।

· কিন্তু মই ?

মইতো ঘৰলৈ যাব পাৰিলোহেঁতেন। যাব পাৰো। ইমান দিন মই নোযোৱা কাৰণে নবৌহঁতে কি ভাবিছে জানো ? মই ঘৰলৈ নোযোৱাৰ কাৰণটো মাই বুজি পাইছে নেকি বাৰু ? নবৌয়ে ককাইদেউক কৈ দিছে নেকি ?

ঘৰলৈ যাবলৈ সেই কাৰণেই মোৰ আৰু বেছি লাজ লাজ লাগিছিল। ভাব হৈছিল: মই যেন মা, নবৌ, ককাইদেউহঁতৰ ওচৰত ধৰা পৰি গৈছো। মাহঁতে জানিছে: পাহিক মই ভাল পাইছিলো। ভনীৰ দৰে মৰম কৰা পাহিক—আচলতে মই ভনীৰ দৰে ভালপোৱা নাছিলো। ভাল পাইছিলো অন্য ৰূপত। সেই কাৰণে পাহিৰ বিয়া হৈ যোৱাৰ পিচত মই গাঁৱলৈ যাব পৰা নাই। মোমাইদেউহঁতৰ ঘৰলৈও যোৱা নাই।

সঁচা কথা: সেই কাৰণেই মই ঘৰলৈ যোৱা নাছিলো। যোৱা নাছিলো মোমাইদেউহঁতৰ গাঁৱলৈ। গাভৰু গাভৰু যেন লগা গুৱাহাটীৰ বুকুত বহুত কথাই পাহৰি যাব পাৰি; পাহৰি থাকিব পাৰি। গুৱাহাটী ব্যস্ত নগৰী। গাঁৱৰ ঘৰখন, মোমাইদেউ আৰু মামীদেউহঁতৰ মৰম-চেনেহ আৰু পাহিৰ প্ৰতাৰণাৰ কথা পাহৰি থাকিবলৈ গুৱাহাটীত একোৰে অভাৱ নাই।

তদুপৰি অভিভাৱক বুলিবলৈ গুৱাহাটীত মোৰ কোনো নাছিল। মই সৰু ককাইদেউৰ লগতে একেলগে থাকো সঁচা। কিন্তু তেখেত

গুৱাহাটীত নাথাকেই। প্ৰায়েই গুৱাহাটীৰ বাহিৰত ঘূৰি ফুৰে. গুৱাহাটীৰ বাহিৰত তেখেতৰ ইমান কি কাম থাকে—মই বুজি নাপাওঁ। স্নাতকোত্তৰ পৰীক্ষা পাছ কৰি কলেজ এখনত কেইমাহ-মান অধ্যাপনা কৰাৰ পিচত নিজে চাকৰি এৰি দিছিল নে কৰ্তৃপক্ষই চাকৰিৰ পৰা বিদায় দিছিল—নাজানো। পলিটিক্স কৰে বুলি জানো। কিন্তু পলিটিক্সৰ নামত কি কৰে—নাজানো। মোৰ ৰাজনীতিৰ জ্ঞান নাই—সঁচা। কিন্তু কলেজৰ তৃতীয় বাৰ্ষিকৰ এজন ছাত্ৰ হিচাবে ৰাজনীতি সম্পৰ্কে যিখিনি জ্ঞান থকা দৰ্কাৰ—সেইখিনি নোহোৱা নহয়; আছে। পিচে ককাইদেউৰ ৰাজনীতিৰ মূল নীতিটোহে বুজি নাপাওঁ। গান্ধীবাদী, কমিউনিষ্ট, মাৰ্ক্সবাদী নে আন কিবা—নাজানো। গান্ধী, বুদ্ধ, লেলিন, মাৰ্ক্সৰ কথা কোৱা ককাইদেউ কোন দলৰ বা কাৰ সমৰ্থক—সেই কথা মই কিয়—বহুতেই বুজি নাপায়। গতিকে ককাইদেউৰ ৰাজনীতি লৈ মই সিমান মূৰ নাঘামাওঁ।

মই ছাত্ৰ। সৰু ককাইদেউ মোৰ অভিভাৱক। অভিভাৱকজনেই যেতিয়া গুৱাহাটীত নাথাকে—বনৰীয়া হৈ ঘূৰি ফুৰে—মই স্বয়ম্ভূ হৈ নপৰিম কিয়? গুৱাহাটীৰ বাহিৰত ঘূৰি ফুৰা ককাইদেউ এমাহ বা দুমাহৰ মূৰত হঠাতে এদিন আহি ওলায়হি। কেইদিনমান গুৱাহাটীত থাকি আকৌ আঁতৰি যায়। কেতিয়াবা আকৌ এদিনো নাথাকে। আহিয়েই যাবলৈ ওলায়; যায়। পৰিপাটি নোহোৱা সাজপাৰ। কাৰণ পৰা কাষলতিৰ তলেৰে ওলমি থকা এখন মোনা। মূৰৰ চুলি জপৰা। কাটিবলৈ সময় নাপায়, পইচাৰ নাটনি নে ইচ্ছা কৰিয়েই নাকাটে—নাজানো। খোৱা-বোৱাৰ বেলিকাও সেই একে কথা। খোৱা-বোৱাৰ কোনো নিৰ্দ্ধাৰিত সময় নাই। কেতিয়াবা আকৌ মই খাই বৈ উঠাৰ পিচত সোধেহি: ভাত আছে নেকি অ' সোণ?

ৰান্ধি দিব খুজিলেও—ৰান্ধিবলৈ নিদিয়ে। চেঁচা পানী এগিলাচ

খাই ক'ববালৈ ওলাই যায়। ক'ত খায়—কি খায়—ককাইদেৱেহে জানে। সুধিলেও নকয়।

সৰু ককাইদেউৰ এনেকুৱা উৰণীয়া স্বভাৱটোৰ কাৰণেই ডাঙৰ ককাইদেৱে ঘৰৰ কথা তেনেদৰে জনাই চিঠি লিখে। কিন্তু ডাঙৰ ককাইদেউৰ চিঠি পঢ়িবলৈ সৰু ককাইদেউ গুৱাহাটীত নাথাকেই।

অৱশেষ এদিন ঘৰলৈ গৈছিলো। মা আৰু নবৌৰ ওচৰত প্ৰথম কেইদিনমান লাজ লাজ লাগিছিল। দেউতা আৰু ককাইদেৱে কিবা কয় বুলি ভয় খাইছিলো।

কিন্তু নকলে।

পাহি আৰু মোৰ মাজত থকা দুৰ্বলতাটোৰ কথা মাহঁতে নাজানেই কিজানি। হয়তোবা জানিও নজনাৰ ভাও জুৰিছিল। নহলে আমাৰ সম্পৰ্কটো বৰ সহজভাৱেই লৈছিল।

এদিন দুদিনকৈ দিন পাৰ হৈ গ'ল। মই ঘৰলৈ অহা কেবা দিনো হ'ল। ঘৰখনৰ আটাইৰে ওচৰত মই সহজ হৈ পৰিছিলো।

কিন্তু হঠাতে এদিন থত্মত্ খাই গৈছিলো। নবৌয়ে সুধিছিল: মাহীদেউৰ ঘৰলৈ যোৱা নাই কিয় সোণ? নোযোৱা নেকি?

নবৌৰ প্ৰশ্নত মই শেঁতা পৰি গৈছিলো। বুকুখন চিৰিংকৈ উঠিল। মাহীদেউৰ ওচৰলৈ যাবলে' কি আছে? আকৰ্ষণ কত? কি উত্তৰ দিম ভাবি নাপাই কেইটামান মুহূৰ্ত নীৰৱ হৈ ৰলো। একে উত্তৰ দিব পৰা নাছিলো। কিন্তু কিবা এষাৰ নকলে অশোভনীয় হয় বুলিয়েই সহজভাৱে কলো: এই কেইদিন সময়ে পোৱা নাই। মাহীদেউ ভালে আছে নহয় নবৌ?

"আছে—আছে। নাথাকিব কেলেই?" নবৌয়ে অৰ্থ ব্যঞ্জক হাঁহি এটা মাৰি কৈছিল।

মই বুজিছিলো: নবৌয়ে কিয় হাঁহিছিল। সময় নোপোৱা কথাষাৰ যে মিছা নবৌয়ে বুজিছিল। মই কিয় যোৱা নাই—অথবা

যাব খোজা নাই—সেই কথা তেখেতেও জানে; বুজে। তথাপি আঁকৰাটোৰ দৰে সুধিলে: কি হ'ল? হাঁহিলে যে?

"বেচেৰীলৈ বেয়াই লাগে দেহি।"

"কেলেই? বেয়া লাগিবলৈ কিটো হ'ল?"

সঁচাকৈয়ে মাহীদেউক বহুদিন দেখা নাছিলো। কিবা অসুখ-বিসুখ হোৱা বুলি মনটো বেয়াও লাগিছিল।

"আজিকালি কলেজত পঢ়িছা। মাহীদেউৰ ওচৰলৈ কেলেই যাবা?"

কথা বঢ়াবলৈ ইচ্ছা নকৰি মই আঁতৰি আহিলো।

মাহীদেউৰ ওচৰলৈ নোযোৱাটো সঁচাকৈয়ে মোৰ অন্যায় হৈছে। এবাৰো নগলে—মাহীদেউৰ খবৰ নললে মাহঁতে হয়তো মোক সন্দেহ কৰিব। ভাবিব: পাহি নাই কাৰণেই মই যোৱা নাই।

আচলতে যাবলৈ মোৰ ভাল লগা নাছিল। পাহি নাই। মাহীদেউৰ ওচৰলৈ গৈ কি কৰিম? আগতে গৈছিলো। কাৰণ: পাহি আছিল। কিন্তু এতিয়া?

উপায় নাছিল। বাধ্য হৈ সেইদিনাখনেই আবেলি মাহীদেউৰ ওচৰ পাইছিলো গৈ। মোক দেখি মাহীদেউৰ আনন্দত সীমা নাইকীয়া হৈছিল। আগৰ দৰেই আথে-বেথে বহিবলৈ দি বহুত কথাই সুধিছিল; কৈছিল। গা মূৰ পিহি মৰম কৰিছিল।

পাহিৰ বিয়ালৈ কিয় নাহিলো?

বিয়ালৈ আহিম বুলি মাহীদেউ আৰু পাহি হেনো নিশ্চিন্ত হৈ আছিল। মোৰ কথা কৈ পাহিয়ে কান্দিছিল।

: বুইছ বোপাই, তাই তোক বৰ ভাল পাইছিল অ'। তই বিয়ালৈ নহা কাৰণে তাইৰ যে কি কান্দোন! বুজাই বঢ়ায়ো ভাত পানী খুৱাব পৰা নাছিলো।

মোৰ ভাল নালাগিল।

এখন উদং ঘৰ; নীৰব—নিমাও মাওঁ।

বাৰে বাৰে ভাব হৈছিল : পাহিয়ে যেন ভিতৰত মোলৈ জলপান বনাইছে। অলপ পিচতে ওলাই আহিব। কবহি : জলপান দিছো মা। আহা ককাইদেউ।

কিন্তু নাহিল। ভিতৰৰ পৰা ওলাই আহিবলৈ সেইখন ঘৰত পাহি নাই। পাহি আৰু কোনোদিনেই নাহে। মোৰ অজানিতে গধুৰ হুমুনিয়াহ এটা সৰি পৰিল। মাহীদেউৰ ওচৰৰ পৰা ঁআতৰি আহিবলৈ মনটো উচ পিচাই উঠিল।

মই আঁতৰি আহিছিলো।

দিন আৰু ৰাতি।

দিনৰ শেষত সন্ধিয়া হয়। ৰাতিৰ নীৰৱতাই পৃথিবী আৱৰে। মেঘমুক্ত আকাশত তৰাৰ জাকে হাঁহে। তাৰ পিচত শেষ নিশাৰ পাতল এন্ধাৰে উমনি দিয়ে এটা নতুন দিনৰ ; এটা নতুন ৰাতি পুৱাৰ।

এয়া প্ৰকৃতিৰ চিৰন্তন নীতি।

মাহীদেউৰ ওচৰৰপৰা উভতি আহি ঘৰ পাওঁতে সন্ধিয়া নামিছিল। মাঘ মাহৰ চেঁচা দিন ; চুটী। শীতৰ সেমেকা দিনবোৰে মনবোৰো সেমেকাই পেলায় নেকি জানো ?

মনটো ভাল লগা নাছিল। কিবা ৰিঙা-ৰিঙা—উকা-উকা লাগিছিল। ইচ্ছা হৈছিল—মই যেন চিঞৰি চিঞৰি কান্দিম। কান্দিলেহে যেন মনটো ভাল লাগিব।

কিন্তু সেইদিনাৰ ৰাতিটোয়ে এটা বংশৰ ধ্বংসৰ বীজ সিঁচি দিব বুলি মই তেতিয়া ভাবিব পৰা না'ছিলো। সন্ধিয়াৰ এন্ধাৰ আৰু চেঁচা বতাহ জাকৰ মাজেৰে আহি বাৰাণ্ডাত থিয় হৈছিলোহি।

"কোন অ' সেইটো ?"

"মই দেউতা।"

"ক'লৈ গৈছিলি ?"

বাৰাণ্ডাৰ এচকুত এন্ধাৰে মুদ্ধাৰে বহি জুইৰ আঙঠাবোৰ খুচি খুচি

হাত ভৰি সেকা দেউতাৰ প্ৰশ্নত মই অপ্ৰস্তুত হৈ পৰিলো। বুকুখন কঁপি উঠিল। কি উত্তৰ দিম ভাবি নাপালো। সঁচা কথা কলে জানোচা দেউতাই বেয়া পায়? খং কৰে?

"না—ই; এনেয়ে ওলাই গৈছিলো দেউতা।"

"তইঁতৰ আৰু কি কাম আছে? ঘূৰি ফুৰিয়ে ঘৰখন খালি। তইঁতে এনেদৰে বৰুৱা বংশৰ সন্মান ডুবাবি বুলি মই ভাবি নাছিলো। পঢ়ি শুনি যি কচুপাত ফালিবি—বুজিছো। শুন্—হাত ভৰি ধুই—এবাৰ আহিবি। কথা আছে।"

মোৰ মুখৰ মাত হেৰাই গ'ল। ভয়ত বুকুখন চিৰিংকৈ উঠিল। দেউতাই আমাৰ কথাবোৰ তেনেহলে গম পাইছে নেকি? জানিছে: মই মাহীদেউৰ ঘৰলৈ গৈছিলো। এয়া মাহীদেউৰ ওচৰৰ পৰা আহিছো। পাহি নাই। তথাপি সেইখন ঘৰৰ মমতা মই এৰিব পৰা নাই। আৰু হয়তো ভাবিছে: অকলশৰীয়া যুৱতী মানুহ এগৰাকীৰ ঘৰলৈ যোৱাটো মোৰ উচিত হোৱা নাই। মই এতিয়া আৰু সৰু ল'ৰা নহয়। ডেকা ল'ৰা।

আৰু মাহীদেউ?

মোতকৈ বয়সত যথেষ্ট ডাঙৰ। কিন্তু যৌৱন এতিয়াও পিচলি যোৱা নাই। ৰূপহী মানুহজনীৰ পোটকা ৰূপৰা দেহৰ ভাজে আজিও বহুতক প্ৰলুব্ধ কৰে।

লাজত মোৰ কাণ মূৰ ৰঙা পৰি গৈছিল।

লৰালৰিকৈ দেউতাৰ ওচৰৰ পৰা আঁতৰি আহি ভিতৰ সোমালো।

সাজ লাগি ভাগিছিল।

হাত ভৰি ধুই মোৰ কোঠালীটোত সোমাই বহি ৰলো। দেউতাৰ ওচৰলৈ যোৱাৰ সাহাস নহল। দেউতাই কি কথা কব পাৰে—ভাবি পোৱা নাছিলো। কব নেকি: পাহিহঁতৰ ঘৰলৈ তই কিয় যাব—মই জানো। পাছি আৰু তোৰ বিষয়ে মই বহুত

কথা শুনিছো। পাহিৰ মাকৰ চৰিত্ৰ ভাল নহয়। সেইখন ঘৰলৈ ভাল মানুহ নাযায়। তই যোৱাটোও মই ভাল নাপাওঁ। আজিৰ পৰা যাব নোৱাৰ ; নেযাবি।

কিবা এটা অশান্তিত—অস্বস্তিত মই চটফটাই উঠিলো। প্ৰতি মুহূৰ্ততে ভাব হৈছিল : আৰু অলপ-পলম হলেই দেউতাই যেন মোক মাতি পঠিয়াব। ভিতৰৰ পৰা নবৌ গুলাই আহি কবহি : দেউতাই বোলে তোমাক মাতিছিল। নোযোৱা কেলেই ?

নিমাও মাওঁ ঘৰখনৰ চাৰিওফালে এটা ভয় লগা নীৰৱতা। ৰামসিং, ককাইদেউহঁত নাই। চাপৰিলৈ গৈছে। চাপৰিৰ ৰায়তবোৰৰ মাজলৈ এনে সময়ত ককাইদেউ প্ৰায়ে যায়। ৰায়তৰ পৰা পাব-লগীয়া ধান, মাহ আদায় কৰি চাপৰিতে বিকি কিনি থৈ আহে। বনৰীয়া হাঁহ, গাহৰি, পহু চিকাৰ কৰে। লগত থাকে মহৰী আৰু ৰামসিং। দুই তিনি দিনমান চাপৰিৰ উলুৱনি, ইকৰাৱনিৰ মাজে মাজে ঘূৰি ঘূৰি হাঁহ মাৰে। কেতিয়াবা হৰিণো গুলীয়ায়। বনৰীয়া গাহৰি পৰিলে চাপৰিৰ মানুহখিনিৰ মাজত বিলাই দিয়ে। আহিবৰ সময়ত লগত লৈ আহে মহৰ গাড়ীৰে এগাড়ী দৈ, ঘি, মাখন, আলু, কচু আৰু কেইটামান বনৰীয়া হাঁহ অথবা গুলীয়াই মৰা এটা বা দুটা হৰিণ।

ককাইদেউ নাথাকিলে ঘৰখন সঁচাকৈয়ে নিজুম হৈ পৰে। ৰাম সিঙৰ হুঙ্কাৰে শেষ নিশাও হাউলীটো সজীৱ কৰি ৰাখে।

নবৌ ৰান্ধনী ঘৰত ব্যস্ত। চেঁচাত কেঁকুৰি কেঁকুৰি মাই চাগে লেপৰ তলত সোমাই আছে ?

আৰু দেউতা ?

খিৰিকিৰ এফাল বোধহয় খোলা আছিল। চেঁচা বতাহ এজাক ভিতৰলৈ সোমাই আহিল। পকা মজিয়াৰ চেঁচাই ভৰি দুখন ঠেৰেঙা লগাই আনিছিল। বহাৰ পৰা উঠি গৈ খিৰিকিখন বন্ধ কৰি দিব খুজিছিলো। কিন্তু নোৱাৰিলো। হঠাতে বৈ অহা প্ৰচণ্ড গতিৰ

ধুমুহা এজাকে বন্ধ কৰিব খোজা খিৰকিখন হাতৰ পৰা এৰুৱাই লৈ গ'ল। সন্মুখৰ পৰ্দ্দাখন ঠেলি সোমাই অহা বতাহজাকত বেৰত ওলোমাই থোৱা কেলেণ্ডাৰ এখন উৰি আহি মাজিয়াত পৰিল। মেলখোৱা খিৰিকিখনৰ পাত দুচলাই দুপ্‌দাপ্‌কৈ বাতামত কোবাবলৈ ধৰিলে। খিৰিকিৰ আয়না এখনো ভাঙিছিল হবলা। আয়না ভঙাৰ জনজন্‌ শব্দ এটা ভাঁহি আহি মোৰ কাণত পৰিল।

লৰালৰিকৈ খিৰিকিখন বন্ধ কৰি দিলো। নহলে খিৰিকিৰ আটাইবোৰ আয়না চুৰমাৰ হৈ যাব।

নিস্তব্ধ ঘৰখন হঠাতে সৰব হৈ পৰিল। নবৌক চিএঞৰি মায়ে কিবা কৈছে। দেউতাৰ মাতো ভাঁহি আহি কাণত পৰিল। কিন্তু কি কৈছিল বুজি নাপালো। বোধহয় কিবা কামৰ নিৰ্দ্দেশ দিছিল।

অলপ পিচত ভিতৰৰ পৰা নবৌ মোৰ কোঠাটোলৈ সোমাই আহিল। দুৱাৰ খিৰিকিবোৰ বন্ধ আছে নে নাই চালে। আয়না ভঙা খিৰিকিৰ অংশটোৱে সোমাই অহা বতাহত পৰ্দ্দাখন তেতিয়াও কঁপি আছিল।

"বন্ধ কৰিলো নবৌ।"

"খোলা আছিল নেকি? অথনি বই বন্ধ কৰা নাছিলো বোধহয়।"

"এইখন খিৰিকিহে মাথোঁন খোলা আছিল।"

আয়না ভঙা খিৰিকিখনলৈ আঙুলিয়াই কলো। নবৌয়ে একো নামাতিলে। তেখেতৰ চকু-মুখত এনে এটা ভাৱ ফুটি উঠিল: খিৰিকিৰ আয়নাখন যেন আয়না নহয়, এডোখৰ হীৰাৰ টুকুৰাহে যেন খহি পৰিল। নিৰাপদ দূৰ্গ এটা শত্ৰুৰ গুলীৰ আঘাতত সুৰুঙা হৈ গ'ল।

মোৰ হাঁহি উঠিব খুজিছিল। কিন্তু নাহাঁহিলো।

বতাহত কঁপি উঠা পৰ্দ্দাখন ডাঙি কৈ উঠিল: এ ৰাম। আয়নাখন চোন ভাঙিল।

কব খুজিছিলো: এখন আয়না ভাঙোতেই আপোনাৰ মুখৰ এই

অৱস্থা। ঘৰটো ভাঙি পৰা হলে আপুনি কিজানি শোকত মূৰ্চ্ছাই প'লহেঁতেন।

কিন্তু নকলো। একো নামাতিলো তেখেতৰ মুখলৈ চাই ৰলো। কোনোবাই যেন মোৰ কাণৰ কাষত ফুচ্‌ফুচাই কৈ গ'ল: ভগা অংশ-টোৰে বতাহ সোমাই অহাৰ দৰে জীৱনৰ ধুমুহায়ো আমাৰ জীৱনত সুৰুঙা বিচাৰি ফুৰে। খৰখেদাকৈ বাতি বুট লব নোৱাৰিলে বাৰিষাৰ নদীৰ কোবাল সোঁতে পাৰ ভঙাৰ দৰে সুৰুঙাৰে সোমাই অহা সেই বতাহ জাকেই প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰে। আৰম্ভ হয়—জীৱনৰ গঢ়া-খহনীয়া।

হঠাতে কিয় তেনেদৰে ভাবিছিলো কব নোৱাৰো।

"কিবা এখন দি নললে—ৰাতি চেঁচা পাবা।"

আয়না ভগা ঠাই টুকুৰাত দিবলৈ পিচবৰ্ড অথবা টিন এচলা বিচাৰি নবৌ আকৌ ভিতৰলৈ সোমাই গ'ল। সাত বছৰ আগতে বোৱাৰী হৈ অহা নবৌজনী এতিয়াও আবিয়ৈ ছোৱালীৰ দৰে গাভৰু হৈয়ে আছে। শিৰত সেন্দুৰ নথকা হলে বোৱাৰী বুলি কোৱাৰ উপায় নাই। বিয়াৰ পিচত ছোৱালীবোৰৰ দেহলৈ যি পৰিবৰ্ত্তন আহে—সেই পৰিবৰ্ত্তন নবৌৰ দেহলৈ এতিয়াও অহা নাই। কলেজীয়া ছোৱালীৰ দৰে আটিল দেহটোৰ ভাজে ভাজে যৌৱনৰ অত্যাচাৰ।

আঁতৰি যোৱা নবৌলৈ মই কিছুসময় একেদৰে চাই ৰলো।

মোৰ চেঁচা লাগিছিল। লেপখন টানি লৈ বিছনাখনত বহিব খুজিছিলো। এনেতে প্ৰচণ্ড সোঁ-সোৱনি এটা ভাঁহি আহি কাণত পৰিল। লগে লগে আৰম্ভ হ'ল শিলাবৃষ্টি। বৃষ্টিপাতৰ শব্দ শুনি বুজিছিলো: শিলাবোৰৰ আকাৰ তেনেই সৰু নহয়; যথেষ্ট ডাঙৰ। বেৰ আৰু টিনৰ চালত যেন কোনোবাই কোবাবলৈহে আৰম্ভ কৰিছিল। শিলাবৃষ্টিৰ শব্দবোৰ শুনি ভাব হৈছিল: ৰাজপথেৰে শোভাযাত্ৰা কৰি যোৱা এজাক জনতা হঠাতে যেন উন্মত্ত হৈ ওচৰৰ ঘৰ বেৰবোৰলৈ মুঠিয়ে মুঠিয়ে শিলগুটিহে দলিয়াইছে।

কৌতুহল দমাব নোৱাৰি খিৰিকি এখন খুলি দিলো। লগে লগে বলিয়াৰ দৰে ভিতৰলৈ সোমাই আহিল এজাক হিম চেঁচা বতাহ। ঠাণ্ডাত সৰ্ব্বাঙ্গ শৰীৰ কঁপি উঠিল। লৰালৰিকৈ খিৰিকিখন আকৌ বন্ধ কৰি দিলো।

কেইমিনিটমান পিচত।

বতাহ বন্ধ হৈ পৰিল। বাঢ়ি আহিল তুষাৰপাত। তুষাৰাঘাতত শালিকা আৰু কাউৰীবোৰ বাঁহত ৰব নোৱাৰি বাহিৰলৈ ওলাই আহি বিশৃঙ্খল সুৰত চিঞৰি উঠিল। তামোলৰ আগ আৰু গছৰ ডালত বাঁহ লোৱা আন আন চৰাইবোৰো শান্তিৰে ৰব পৰা নাছিল। কাউৰী আৰু শালিকাৰ মাতত আতঙ্কৰ ধ্বনি। কাৰোবাৰ হয়তো বাঁহ ভাঙিল; বতাহে উৰুৱাই নিলে। তুষাৰাঘাতত দুই এজনী চৰাই মৰিছিলো হবলা। আৰ্ত্তনাদ কৰি চিঞৰা চৰাইজাকৰ কোলাহল শুনি মনটো সেমেকি পৰিল।

প্ৰকৃতিৰ হাতত আমি সঁচাকৈয়ে বৰ অসহায়। চৰাইজাকৰ দৰে আমাৰ জীৱনলৈও দুৰ্য্যোগ আহে। বিপদ-বিঘিনিৰ ধুমুহাই আমাৰো শান্তিৰ নীড় উৰুৱাই নিয়ে। জীৱনৰ ঠানিকা হেৰায়।

বাঁহ ভগা চৰাইজাকে ৰাতিপুৱালৈ আকৌ আৰম্ভ কৰিব নতুন সংগ্ৰাম। খেৰকুটা বুটলি আনি নতুনকৈ বাঁহ সাজিব। কিন্তু তুষাৰাঘাতত প্ৰাণ হেৰুওৱা সঙ্গীজনক জানো আৰু বিচাৰি পাব? পোৱালী হেৰুওৱা মাকজনীয়ে চিঞৰি চিঞৰি হয়তো সন্ধানহীন পোৱালী কেইটাক বিচাৰি ফুৰিব। এদিন বা দুদিন।

তাৰ পিচত?

এৰা, পাহৰি যাব। মই জানো পাহিক পাহৰি যাবলৈ যত্ন কৰা নাই।

কিন্তু মানুহ চৰাই নহয়। হেৰুওৱাজনৰ বেদনা চৰাইবোৰে পাহৰি যাব পাৰে নে নোৱাৰে—নাজানো। অতীতৰ স্মৃতিয়ে সিহঁতক দেই পুৰি মাৰে নে নাই—কব নোৱাৰো।

গায়ে মূৰে লেপখন মেৰুৱাই লৈ বিছনাত বহি পৰিলো। খিৰিকিৰ আয়না ভগা অংশটোৰে সোমাই অহা বতাহত কোঠাটো সঁচাকৈয়ে সেমেকি পৰিছিল। মোৰ চেঁচা লাগিছিল। পিচব'র্ড অথবা টিন বিচাৰি ভিতৰলৈ যোৱা নবৌ আৰু উভতি অহা নাই; নাহিল। হয়তোবা পাহৰি গ'ল; নহলে অইন কিবা কামত ব্যস্ত হৈ পৰিছিল।

আধা ঘণ্টামান পিচত তুষাৰপাত বন্ধ হ'ল। কিন্তু বৰষুণ বন্ধ হোৱা নাছিল। নেপুৰৰ ধ্বনিৰ দৰে ধাৰাষাৰ বৰষুণৰ শব্দত মোৰ চকু দুটা জাপ খাই আহিল। লেপৰ তলৰ উমটো তেতিয়া মিঠা লগা হৈ পৰিছে। চকু দুটা মুদি বিছনাখনত দীঘল হৈ পৰিলো। তাৰ পিচত কেতিয়া টোপনি আহিছিল কব নোৱাৰো।

"বোপাই, শুলা নেকি? উঠা। ভাত নেখোৱা জানো?"

নবৌয়ে গাত হেচুকি জগাই দিলত মই সাৰ পাই উঠি বহিলো। ৰাতি ভালেমান হোৱা যেন অনুমান হ'ল। চকু দুটা মোহাৰি হাতৰ ঘড়ীটোলৈ চালো। নাই—বেছি ৰাতি হোৱা নাই। নটা বাজিবলৈ তেতিয়াও প্ৰায় পোন্ধৰ মিনিট বাকী।

ইতিমধ্যে বৰষুণ জাক বন্ধ হৈছিল। ৰাতিৰ নীৰৱতাত চাৰিওফালে নিমাও-মাওঁ; গহীন।

"দেউতাই তোমাক মাতিছে।"

তেতিয়াহে মনত পৰিল: মই দেউতাৰ ওচৰলৈ যোৱাই নাই। অথনিয়ে মাতিছিল।

বুকুখন আকৌ এবাৰ চিৰিংকৈ উঠিল। লেপৰ তলৰ মিঠা উমটো এৰি যাবলৈ বৰ হেলা লাগিছিল। কিন্তু উপায় নাই। বিৰক্তিৰ সুৰত নবৌক সুধিলো: কেলেই মাতিছে? ৰাতিপুৱা লগ ধৰিলে নহব জানো?

"মই কেনেকৈ জানিম? তুমিহে জানিবা। কিন্তু এতিয়াই মাতিছে।"

বাধ্য হৈ চকুমুখ মোহাৰি বিছনাৰ পৰা নামি পৰিলো।

"যোৱা, দেউতাই তোমাক আজি দিব মজা। পাবা যোৱা।"

যোৱাৰ পৰা থমকি ৰৈ নবৌলৈ উভতি চালো। দেউতাই মোক মতাৰ কাৰণটো নবৌয়ে তেনেহলে জানে নেকি বাৰু?

মোক চকু মুখৰ অৱস্থা দেখি নবৌয়ে বোধহয় বৰ আমোদ পাইছিল। খিল্‌খিলাই হাঁহি উঠিল। কিন্তু দেউতাক কিয় মাতিছে—একো নকলে।

মোৰ খং উঠিছিল।

দেউতাৰ গুৰুগম্ভীৰ মূৰ্ত্তিটো দূৰৰ পৰা দেখিয়েই মোৰ চুৰ্ত্তি হেৰাল। চকি এখনত বহি ৰূপৰ গুৰ্‌গুৰিটোত দেউতাই ধঁপাত হুপি আছে। সন্মুখত জ্বলন্ত আঙঠাৰ একুৰা জুই। টুল এখনৰ ওপৰত আঙঠাৰ কেৰাহিটো তুলি উম লগাই নলী হুপি থকা দেউতাৰ ওচৰলৈ চুচুক-চামাককৈ মই আগবাঢ়ি গলো। 'দেউতা' বুলি সঁহাৰি জনাব খুজিছিলো যদিও মাত নোলাল। ডিঙিটো শুকাই যোৱা যেন লাগিল। কিয় তেনে হৈছিল—নাজানো। লাজত নে ভয়ত কব নোৱাৰো। কিন্তু গুৰুতৰ অপৰাধৰ অপৰাধীৰ দৰে মই দুৰ্ব্বল হৈ পৰিছিলো। হাত ভৰিবোৰ কঁপিছিল।

"তোৰ পৰীক্ষা কেতিয়া?"

: পৰীক্ষালৈ আৰু কেইমাহমান দেৰি আছে দেউতা। ফাইনাল আৰম্ভ হব মেত।

কব খুজিছিলো যদিও কব নোৱাৰিলো। কথাবোৰ স্পষ্ট হৈ ফুটি নোলাল। ধূলি মাকতিৰে ভৰা ক্ষয় যোৱা গ্ৰামোফোন ৰেকৰ্ড এখন পুৰণি পিনেৰে বজোৱাৰ দৰে শুকান ডিঙিটোৰে মাথোঁন খেৰ্ খেৰ্ শব্দ এটা হ'ল।

"কি কলি?"

"মেত।" সেপ ঢুকি কোনোমতে উত্তৰ দিলো।

"বি-এ পাছ কৰি কি কৰিম বুলি ভাবিছ?"

বি-এ পাছ কৰাৰ পিচত কি কৰিম—মই কোনোদিনেই ভাবি চোৱা নাই। পৰীক্ষা দিয়াৰ পিচতো ভাবিবলৈ সময় পাম। গতিকে কি উত্তৰ দিম—ভাবি নাপালো। অপ্ৰস্তুত হৈ সেমেনা সেমেনিকৈ ৰলো।

"তোৰ এতিয়া বয়স কিমান হ'ল জান ?"

বয়সটো জানো যদিও—উত্তৰ দিয়াৰ সাহস নহ'ল। তাৰ পিচত দেউতাই কি কব পাৰে—মই অনুমান কৰি লৈছিলো। দেউতাই হয়তো কব: তই এতিয়া সৰু ল'ৰা নহয়। এইটো বৰ বেয়া বয়স। এই বয়সতো ল'ৰা-ছোৱালী নষ্ট হয়।

"শুন সৰু মইনা—তই এতিয়া সৰু ল'ৰা নহয়। এই বয়স সংসাৰৰ দায়িত্ব লোৱাৰ বয়স।"

দেউতাৰ কথাত মোৰ চিন্তাৰ সোঁতত ভেটা পৰিল। ঠিক মই ভবাৰ দৰেই দেউতাই আৰম্ভ কৰা কথাষাৰ শুনি বুকুখন কঁপি উঠিল।

"এইখন ঘৰৰ, বৰুৱা বংশৰ এটা সম্মান আছিল। কিন্তু তইঁকে সেই সন্মান এনেদৰে নষ্ট কৰিবি বুলি মই ভবা নাছিলো। কি কৰিম? সকলো মোৰেই অদৃষ্ট। পাপ কৰিছিলো। সেই মহা পাপৰ ফল আজি ভোগ কৰিছো।"

হুমুনিয়াহ এটা কাঢ়ি কোৱাৰ পৰা দেউতা থমকি ৰ'ল। মোৰ কাৰণে দেউতাই যে মনত ভীষণ আঘাত পাইছিল—বুজিছিলো। হয়তো লাজো পাইছে। কোনোবাই চাগে পাহি আৰু মোৰ কথা একক দুই কৰি দেউতাক লগাইছে। সেই লাজত দেউতাই মূৰ তুলি কথা কব পৰা নাই।

কিন্তু মই কি এনে লাজ লগা কাম কৰিলো? দেউতাই যে মূৰ তুলি কথা কব পৰা নাই।

পাহিক মই ভাল পাইছিলো। সেয়া অপৈণত বয়সৰ অবিবেচক মনৰ আকৰ্ষণ। ৰাতি ফুলা ফুল পাহক ভালপোৱাৰ দৰে পাহিক মই ভাল পাইছিলো। কিন্তু আমাৰ মাজত কোনো অশ্লীল সম্পৰ্ক

নাছিল। আমাৰ সম্পৰ্কই ককাই-ভনীৰ সম্পৰ্কৰ সীমা চেৰাই যোৱা নাছিল।

দেউতাই কি পাপ কৰাৰ কথা কৈছিল বুজি নাপালো।

মাহীদেউ আৰু দেউতাৰ মাজত……।

কথাষাৰ মই সম্পূৰ্ণকৈ ভাবিব নোৱাৰিলো। তেনেদৰে ভাবিবলৈও মোৰ লাজ লাগিল।

কেইটামান নীৰৱ মুহূৰ্ত্ত বাগৰি গ'ল। আমাৰ কাৰো মুখত মাত নাই।

"গুৱাহাটীলৈ কেতিয়াকে' যাবি?"

"পৰহিলৈ যাব বুলি ভাবিছো দেউতা।"

কৈছিলো যদিও মোৰ এনে ইচ্ছা হৈছিল—মই যেন সেই মুহূৰ্ত্ততে গাওঁ এৰি গুৱাহাটীলৈ গুচি আহিম। দেউতাৰ সন্মুখৰপৰা আঁতৰি আহিব পাৰিলেই যেন ৰক্ষা পাওঁ।

"তুমি কথাষাৰ কৈছিলা নেকি?"

দেউতাৰ প্ৰশ্নটো শুনি পিচলৈ উভতি চালো। মা নহয়। মোৰ পিচফালে থিয় হৈ আছে নবৌ।

"কোৱা নাই দেউতা। আপুনি কব খোজা কাৰণে কোৱা নাছিলো।" নবৌয়ে উত্তৰ দিছিল।

"তুমিয়ে কবা। তাৰ পিচত সিহঁতে যি ভাল বুজে—ভাল দেখে কৰিব।"

নবৌয়ে শলাগিছিল। দেউতাৰ কথা শেষ হৈছিল।

"আহা—মই কম" বুলি নবৌয়ে মোক দেউতাৰ ওচৰৰপৰা আঁতৰাই লৈ আহিল।

দেউতাৰ ওচৰৰপৰা আঁতৰি আহিবলৈ পাই মই উশাহ পোৱা যেন পালো। কিন্তু নবৌয়ে মোক কি কথা কব? কাৰ কথা কব?

বাধ্য ল'বাৰ দৰে নবৌৰ পিচে পিচে পাকঘৰৰ ফুৱাৰ দলি পালেগৈ।

"কি কথা নবৌ ?"

"ধিতিঙালি কৰি ফুৰিবা। দেউতাই লাজ নাপায় নেকি ?"

"কি ধিতিঙালি কৰিলো—কওঁক না নবৌ। দেউতাই কি পাপ কৰাৰ কথা কৈছে ?"

"এতিয়া নহয়—পিচত।"

"অকণমান কওঁকচোন। মোৰে শপত—কওঁক না।"

"এৰা, মই এতিয়া কথা চোবাই থাকিলে হ'ব নহয় ? সিফালে ভাত তৰকাৰী দেই য'ক।"

খৰ-খোজেৰে নবৌ পাকঘৰৰ ভিতৰলৈ সোমাই গ'ল।

মই দুৱাৰমুখতে কিছু সময় বেঙাটোৰ দৰে থিয় হৈ ৰলো।

সেই সময়ত কথা কবলৈ নবৌৰ সঁচাকৈয়ে আহৰিও নাছিল।

বাহিৰৰ আকাশখন তেতিয়াও মুকলি হোৱা নাই। দূৰৰ ক'ৰবাত কাউৰী এজনীয়ে অসহায় সুৰত চিএৰি উঠাৰ শব্দ এটা ভাঁহি আহি কাণত পৰিল।

## ॥ সাত ॥

চহৰ আৰু গাঁৱৰ পাৰ্থক্য অকল আলিবাটৰ বিজুলী বাত্তি কেইটাই নহয়। চহৰ আৰু গাঁৱৰ জীৱন স্বকীয়া; দুটা বিভিন্ন-মুখী জীৱনৰ গতি। চহৰৰ নীতি-নিয়ম গাঁৱৰ নীতি-নিয়মৰ লগত নিমিলে; মিল নাখায়। স্বকীয়া নিয়মেৰে চহৰৰ জীৱন আগবাঢ়ে; আগবাঢ়ে গাঁৱৰ জীৱন।

নবৌক মোৰ সৈতে একেলগে ভাত খোৱাৰ কথা কৈছিলো। কাৰণ মোৰ স্বাৰ্থ আছিল। খাই বৈ ৰান্ধনী ঘৰৰ পৰা সোনকালে আজৰি হৈ আহিব পাৰিলেহে নবৌয়ে কথাখিনি কব পাৰিব; শুনিব পাৰিম। কিন্তু কি কব মই ভাবি পোৱা নাছিলো। দেউতাই কবলৈ কোৱা কথাষাৰ শুনিবলৈ মই ব্যগ্ৰ হৈ পাৰিছিলো। মই ভবাৰ দৰে পাহি নহলে মাহীদেউৰ কথা কিবা কব নেকি? কি কথা কব বাৰু?

মা আৰু দেউতাই ভাত খাইছিল নে নাই—কব নোৱাৰো। মোৰ অনুৰোধটো শুনি নবৌয়ে ভেকাহি মাৰি কৈছিল: এৰা, মই তোমাৰ সৈতে নাখাইহে পাৰিছো। বান্ধনীজনীয়ে ঘৰৰ আটাইৰে শেষত খাব লাগে। আটাইকে খুৱাইহে খোৱা নিয়ম। নহলে লক্ষ্মী ক্ষুণ্ণা হয়।

সেয়া নবৌহঁতৰ অন্ধ বিশ্বাস নে সঁচাকৈ লক্ষ্মী ক্ষুণ্ণা হয়—নাজানো। কিন্তু দ্বিতীয়বাৰ পুনৰাই আৰু অনুৰোধ কৰাৰ সাহস নহ'ল। কৌতুহল চেপি ৰাখি তেখেত আজৰি হৈ অহালৈকে অপেক্ষা কৰি ৰলো।

ভাত খাই থাকোতে কোনোবা এটা সময়ত নবৌয়ে টিন এচলা আনি ভগা আয়নাখন ঢাকি দি গৈছিল। কোঠাটোৰ মজিয়াত একুৰা জুই। জুইৰ তাপত কোঠাটো গৰম হৈ পৰিছিল।

আৰকালি গাঁৱত থাকিবলৈ ভাল। বাট-পথ মুকলি হয়। বোকা-পানী শুকায়। মহ ডাঁহ নাথাকে। বিধে বিধে নতুন শাক-পাচলি গুলায়। ন-ধানৰ গোন্ধত মন ভৰি পৰে।

সেই কেইদিনত গাঁৱত আঠুৱা নতৰিলেও হয়। মহ নাই। কিন্তু আঠুৱাৰ তলত শুই শুই অভ্যাস হৈ গৈছে। গুৱাহাটীত বাৰ মাহে মহৰ উৎপাত আছেই। বাৰিষাতকৈ খৰালিতহে বৰং মহৰ উৎপাত বেছি হয়; নকমে।

অভ্যাস এবাৰ গঢ়ি উঠিলে—সহজে এৰিব নোৱাৰি। মহ নাথাকিলেও সেই কাৰণে আঠুৱা নতৰিলে মই শুব নোৱাৰো; টোপনি নাহে।

নবৌ আহিব আহিব বুলি বৈ বৈ মোৰ আমনি লাগিল। কিন্তু নবৌচোন নাহিল। আজিয়েই নকলে পিচত কবলৈ আৰু সময় নহব। ভাত খাই থাকোতে কৈছিলোঃ কাইলৈ মই যাম গৈ নবৌ।

"কাইলৈ কেলেই যোৱা? থাকাচোন কেইদিনমান। ককায়েৰা টিকাৰৰ পৰা আহক। কি পায়, কি আনে চাওঁ।"

"নহয় নবৌ, কাইলৈ মই যাবই লাগিব। পঢ়া-শুনা একেবাৰে হোৱা নাই। টেষ্ট পালেহিয়ে।"

"থোৱা থোৱা তোমাৰ টেষ্ট। এদিন আগতে গৈ কিটো পঢ়িবা—জানিছো দিয়া; জনা আছে। কাইলৈ যাব নোৱাৰা হলে দেই। ককায়েৰা অহাৰ পিচত যাবা গৈ।"

মই আপত্তি কৰিছিলো। অৰ্থাৎ—কাইলৈ মই যাবই লাগিব।

আচলতে পিচদিনাখনেই গুৱাহাটীলৈ যোৱাৰ ইচ্ছা মোৰো নাছিল। নবৌক শুনাইহে কৈছিলো। নহলে জানোচা কথাটো

নকয়। পিচত কম বুলি যদি শুই থাকে গৈ। ইতিমধ্যে বাতিও ভালেমান হৈছিল।

আবকালি বাতি ভাত পানী খোৱাৰ পিচত এনেয়ে বহি থাকিবলৈ ভাল নালাগে; আমনি লাগে। মোৰো আমনি লাগিছিল। গতিকে আঠুৱাখন পেলাই লেপৰ তলত দীঘল দি নবৌলৈ অপেক্ষা কৰি ৰলো। সময় পাৰ হৈ গৈছিল—এমিনিট দুমিনিটকৈ প্ৰায় এঘণ্টা। তথাপি নবৌচোন নাহিল। বাতি হোৱা কাৰণে নাহিল নে আহিবলৈ পাহৰি গ'ল? নহলে ভাবিছে নেকি—কাইলৈ কব। সঁচাকৈয়ে মই কাইলৈ গুৱাহাটীলৈ নেযাও বুলি ধৰি লৈছে?

কিন্তু নবৌ শুলে গৈ বুলিহে মোৰ সন্দেহ হৈছিল। নহলে ইমান বেলি নকৰে। অহা হলে কেতিয়াবাই আহিলহেঁতেন।

মোৰ নিজৰ ওপৰতে ভীষণ খং উঠিল।

দুৱাৰখন জপাই থবলৈ মোক কিহে পাইছিল? হুকডাল লগোৱা নাছিলো যদিও দুৱাৰখন এনেয়ে বন্ধ কৰি থৈছিলো? লেম্পটো জ্বলি আছিল।

খং, বিৰক্তি, অনুশোচনা আৰু মূৰ্খামিৰ কাৰণে নিজৰ গালতে নিজে চৰিয়াবলৈ মন গ'ল। দুৱাৰখন অকণমানকৈ মেলি থোৱা হলে কি লোকচান হলহেঁতেন? ঠাণ্ডাত মৰি গলোহেঁতেন নেকি?

যি কাৰণত নবৌ মোৰ ওচৰলৈ অহাৰ প্ৰয়োজন—সেই কাৰণটো যেন তেতিয়া মুখ্য নহয়; গৌণ। মুখ্য হৈ পৰিছিল: নবৌৰ অনুপস্থিতি। তেখেতে কব খোজা কথাবাৰ শুনাৰ কৌতুহলটো তেতিয়া মই পাহৰি গৈছিলো। দুৱাৰখন বন্ধ কৰি থৈ মই যি মুৰ্খকামি কৰিছিলো—সেই মুৰ্খকামিৰ কাৰণেহে অশান্তি পাইছিলো যেছি। কিংবা এটা অস্বস্তিত মই অস্থিৰ হৈ পৰিলো।

নবৌ নিশ্চয় আহিছিল। কিন্তু দুৱাৰখন বন্ধ থকা কাৰণে মোৰ

টোপনি আহিল বুলি ভাবি আঁতৰি গ'ল। টোপনিৰ পৰা জগাবলৈ ভাল নাপালে।

কথাবাৰ তেনেদৰে ভবাৰ লগে লগে হঠাতে খংটো গৈ নবৌৰ ওপৰত থুপ খাই পৰিল। দুৱাৰখন হেচুকি নিদিলে কিয়? অকণমানকৈ ঠেলি দিয়া হলেই হয়চোন।

ভাব হৈছিল: দোষটো হেন নবৌৰহে। মোৰ নহয়। ইচ্ছা কৰা হলে তেখেতে দুৱাৰখন হেচুকি চাব পাৰিলেহেঁতেন। মাঘ-মহীয়া জাৰত দুৱাৰখন খুলি থোৱাৰ কোনো যুক্তি নাই; যুক্তি থাকিব নোৱাৰে। ইমান ৰাতি—এই ফেৰ্‌ফেৰীয়া বতাহখনত দুৱাৰখন মেলি থম বুলি ভবাটোয়ে নবৌৰ ভুল হৈছে। তদুপৰি সন্ধিয়াৰ শিল-বৰষুণ জাকৰ পিচত আৰু বেছি ঠাণ্ডা পৰিছে।

এবাৰ ভাবিছিলো: নবৌৰ ওচৰলৈ ময়েই উঠি যাম নেকি? দুৱাৰত টুকুৰিয়াই শোৱাৰ পৰা জগাই দিম?

কিন্তু সাৰ নাপাই যদি? চিঞৰি মাতিলে নিশ্চয় সাৰ পাব; নবৌ হয়তো উঠিব। দুৱাৰ খুলি ওলাই আহি সুধিব: কি হ'ল? তোমাৰ টোপনি নাই? ইমান ৰাতি কেলেই উঠি আহিছা? যোৱা—শুই থাকা গৈ।

তেতিয়া মই কি কৰিম? কি কম? মা-দেউতাই মোক কি ভাবিব? তদুপৰি মোৰ কোঠাটোৰ পৰা নবৌৰ শোৱনি কোঠাটোলৈ বহুত দূৰ। মাজতে এটা ঘৰ চেৰাই যাব লাগে। মই শোৱা কোঠাটো দক্ষিণ ফালৰ ঘৰটোৰ একেবাৰে শেষত। উত্তৰ ফালৰ অকলশৰীয়া ঘৰটোত শোৱে ককাইদেউ আৰু নবৌ। ককাইদেউ নাই; নবৌ অকলে আছে। তাৰ ওচৰৰ ঘৰটোতে থাকে মা আৰু দেউতা। নবৌক চিঞৰি জগাবলৈ হলে মা দেউতাই শুনিবই; সাৰ পাব।

মা-দেউতাই যদি মোক ভুল ভাবে? সন্দেহ কৰে? অথনিৰ

কথাৰ পৰাই বুজিছিলো : দেউতাই মোক বিশ্বাস কৰিবলৈ টান পাইছে। মোৰ প্ৰতি দেউতাৰ ধাৰণা সুস্থ নহয়।

কথাষাৰ ভাবি নবৌৰ ওচৰলৈ উঠি যাবলৈ মোৰ লাজ লাগিল।

আকুল অপেক্ষাৰ যি উৎকণ্ঠা—সেই উৎকণ্ঠা সহ্য কৰিব পাৰ। সহ্য কৰিব নোৱাৰি ব্যৰ্থ প্ৰতীক্ষাৰ বেদনা ; আশাহতৰ তীব্ৰ যাতনা। অপেক্ষাৰ আমনি কষ্টকৰ ; কিন্তু সহনীয়। অসহনীয় ব্যৰ্থ প্ৰতীক্ষাৰ তাড়না ; নিৰাশাৰ যন্ত্ৰণা। নিজৰ ভুলৰ কাৰণে সেই প্ৰতীক্ষা ব্যৰ্থ হৈ গলে—সেই যন্ত্ৰণা আৰু বেছি অসহনীয় হৈ পৰে। নিজৰ মূৰটো তেতিয়া নিজেই ছিঙি পেলাবলৈ মন যায়। মূৰ্খামিৰ কাৰণে নিজৰ গালত নিজে চৰিয়ায়ো শান্তি নাপায়।

মই নিশ্চিত : নবৌ আৰু নাহে। অহাৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল। ইমান ৰাতিলৈ বৈ থকা নাই। ইতিমধ্যে চাগে গভীৰ টোপনিত লালকাল হৈ শুই পৰিছে। মিছাতে অপেক্ষা কৰি বৈ থকাৰ কোনো অৰ্থ নাই।

লেম্পটো জ্বলি আছে। দুৱাৰখনো খোলাই থাকিল। থ'ক দুৱাৰখনৰ হুকডাল দিবলৈ যোৱাৰ কথা মই ভবাই নাছিলো। বিৰক্তিত মন ভৰি পৰিছিল। উঠি গৈ দুৱাৰখন বন্ধ কৰাৰ পৰিবৰ্তে শব্দকৈ গুৰিয়াই ভাঙি দিবলৈহে মন গৈছিল। দুৱাৰখন তেনেদৰে জাপ খুৱাই নোথোৱা হলেই এইখন হবলৈ নাপায়।

লেম্পটো নুমাই দিব লাগিছিল। কিন্তু লেপৰ তলৰ উমটো এৰি উঠি যাবলৈ হেলা লাগিছিল।

কিন্তু ? এয়া কি হ'ল ? মই কি শুনিছো ?

ভুল শুনিছো নেকি ? ভুল দেখিছো ? মোৰ ভুল হৈছে ? লেম্পৰ অনুজ্জ্বল পোহৰটো কলৈ গ'ল ? কি হ'ল ? বতাহত লেম্পটো নুমাই গ'ল নে তেল শেষ হ'ল ? তেল নাই ? ফিটাডাল পুৰি পুৰি স্বাভাৱিক গতিত লেম্পৰ শিখাটো নুমাই গ'ল নেকি বাৰু ?

কিন্তু মই যে স্পষ্ট শুনিছো : সেয়া দুৱাৰত চিটকনি লগোৱাৰ শব্দ। কোনোবাই যেন দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিছে। লেপৰ তলৰ পৰা মূৰাটো উলিয়াই চাই পঠিয়ালো। কিন্তু একো নেদেখিলো। কোঠাটো অন্ধকাৰ। লেম্পটো মুমাই গৈছে।

কেইটামান অসহিষ্ণুপূৰ্ণ নীৰৱ মুহূৰ্ত্ত পাৰ হৈ গ'ল।

কোঠাটোৰ ভিতৰলৈ কোনোবা এজন যে সোমাই আহিছিল সেই বিষয়ে মই নিশ্চিত। সেয়া মই উশাহ-নিশাহ লোৱাৰ শব্দ শুনিছো। নবৌৰ বাহিৰে আৰু কোন হব পাৰে? নিশ্চয় নবৌ, আন কোনো নহয়। তেখেতেই দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি লেম্পটো মুমাই দিছে। কিন্তু কথা কোৱা নাই কিয়? চোৰৰ দৰে মনে মনে ৰৈ থকাৰ অৰ্থ কি?

আৰু? এয়া মোৰ কি হৈছে? বুকুখন ইমানকৈ ধপ্‌ধপাইছে কিয়? যাৰ অপেক্ষাত ইমান পৰে অস্থিৰ হৈ পৰিছিলো—উদ্‌গ্ৰীৱ হৈ উঠিছিলো—সেইজনৰ উপস্থিতিত হঠাতে মই বিচলিত হৈ পৰাৰ কাৰণ কি?

বুকুখন ধপ্‌ধপোৱাৰ কাৰণ বিচাৰি উলিওৱাৰ সময় আৰু নহল। মই সচেতন হৈ পৰিছিলো। ভয় হৈছিল : মই টোপনি গৈছো বুলি নবৌ যদি আকৌ আঁতৰি যায়? এবাৰ ভুল কৰিছো; দ্বিতীয়বাৰ আৰু ভুল কৰিব নোৱাৰি। 'নবৌ' বুলি মাত দিম নেকি? অৰ্থাৎ—মই যে সাৰে আছো—টোপনি যোৱা নাই—সেই কথা জনাই সহাৰি দিম?

কিন্তু কিবা এটা অভিমানত আগতীয়াকৈ সঁহাৰি জনাবলৈ মোৰ ভাল নালাগিল। নবৌয়ে যদি ভাবে : তেখেতলৈ মই আগ্ৰহেৰে অপেক্ষা কৰি বৈ আছো; টোপনি যোৱা নাই? তেখেতে কব খোজা কথাবাৰ শুনাৰ উৎকণ্ঠাত মই উদ্‌গ্ৰীৱ।

মই কি কৰিম? কি কৰা উচিত?

'কোন?' সঁহাৰি জনাম নে টোপনি যোৱাৰ ভাও জুৰি পৰি

থাকিম? নিজৰ দাম বঢ়াবলৈ যাওঁতে নবৌ যদি আকৌ-আঁতৰি যায়?

"কোন?" অজ্ঞাতেই মোৰ মুখেৰে ওলাই পৰিল।

"টোপনি যোৱা নাই? তুমি টোপনি যোৱা বুলিহে ভাবিছিলো।"

"টোপনি যোৱাহলে কি কৰিলেহেঁতেন?"

"সেইটোকে ভাবিছিলো: জগাম নে কি কৰিম? নজগালে দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰাৰ কোনো উপায় নাই। বতাহত মেল খাই গলে চেঁচা পালাহেঁতেন।"

"ইমান পলম কৰিলে কেলেই?"

ৰান্ধনীঘৰৰ জঞ্জাল জানো কম? আথাল সামৰি মাক মালিচ দিলো গৈ। বাব্বাঃ—ইমান ঠাণ্ডা। বৰষুণ জাকে আৰু বেছি ঠাণ্ডা পেলাইছে। চাওঁ, অকণমান আঁতৰি দিয়াচোন।"

আঠুৱাখন ডাঙি নবৌ ভিতৰলৈ সোমাই আহিল। মই অকণমান আঁতৰি দিলো। নবৌ পালেংখনত বহি পৰিল।

কিন্তু মোৰ কি হৈছিল কব নোৱাৰো। বুকুৰ ধপ্‌ধপনিটো চোন হঠাতে আৰু বাঢ়ি গ'ল। নিজকে কিবা অপৰাধী-অপৰাধী যেন লাগিছিল। মই দুৰ্ব্বল হৈ পৰিলো। কিন্তু কিয়? একো চোন দোষ কৰা নাই; দোষণীয় কাম কৰিবলৈ ওলোৱা নাই।

পালেংখনত বহি নবৌয়ে ভৰি দুখন লেপৰ তলত সুমুৱাই দিছিল। আঁতৰি দিব খোজোতে মোৰ সোঁ ভৰিখন গৈ নবৌৰ ভৰিত লাগি গাটো সিৰ্‌সিৰাই উঠিল। ইমান ঠাণ্ডা! বৰফৰ দৰে চেঁচা ভৰিখন গোট মাৰি যেন শিল হৈ গৈছিল।

"হাত ভৰিবোৰ ইমান চেঁচা।" কথাষাৰ কোৱাৰ লগে লগে অজ্ঞাতেই মোৰ সোঁ হাতখন কিবা এটা বিচাৰি আগবাঢ়ি গ'ল।

এখন.বৰফ চেঁচা-হাত।—নবৌৰ হাতখন মোৰ হাতৰ মুঠিত লৈ

মজিয়ালৈ চালো। ওহো—নাই। মজিয়াৰ জ্বলন্ত জুইকুৰা তেতিয়া নুমাই গৈছে।

"আপোনাৰ হাত-ভৰিবোৰ গৰম হব কেতিয়া?" উত্তৰ বিচাৰি মই কথাষাৰ সোধা নাছিলো। নবৌয়েও উত্তৰ দিয়াৰ প্ৰয়োজন বোধ কৰা নাছিল। লেপখন টানি আনি তেখেতৰ কঁকাললৈকে জাপি দিলো।

"লেপৰ উমটো ইমান ভাল লাগিছে। মোৰ বিছনাখন বৰফ হৈ আছে কিজানি। ইয়াতেই শুই থাকিবলৈ মন গৈছে।"

শুই থাকক না।" একো নভবাকৈয়ে কৈ পেলালো।

"এৰা, কোনোবাই দেখক। ভাল কথা কৈছা? এনেয়ে মৰিছো ঋষিৰ শাপত; তুমি দিব খোজা জুইৰ ভাপত।"

"ৰাতি কোনে দেখিব? কেৱে নেদেখে।"

"এ—ৰা, ঠিকেই কৈছা। আনে নেদেখাত সকলো কামেই কৰিব পাৰি। লোকচক্ষুৰ আঁৰত চুৰ কৰিলেও পাপ নহয়। কিন্তু আনে দেখাকৈ ইঁহাটোও পাপ। নহয়নে বোপাই?"

হুমুনিয়াহ এটা কাঢ়ি বৰ অসহায়ৰ সুৰত নবৌয়ে কথা কেইষাৰ কৈছিল। ইঙ্গিতটো বুজিছিলো। কিন্তু কিয় তেনেদৰে কৈছিল বুজি পোৱা নাছিলো। মাহী আৰু পাহিৰ প্ৰসঙ্গত কৈছিল নে তেখেতৰ কিবা ব্যক্তিগত কাহিনী লুকাই আছিল কব নোৱাৰো।

তাৰ পিচত বহু সময়ৰ নীৰৱতা। নবৌ নিশ্চুপ। মৌনতা ভাঙি কথা কোৱাৰ অপেক্ষাত মই বৈ আছো। দেউতাই কি কথা কৰবলৈ কৈছিল সেই বিষয়ে সুধিবলৈ সুযোগ বিচাৰিছো। উপযুক্ত পৰিবেশ এটাৰ সৃষ্টি নহলে যেই সেই কথা যেতিয়াই তেতিয়াই সুধিব নোৱাৰি।

ইতিমধ্যে মোৰ বুকুৰ থপ্থপনিটো বহু পৰিমাণে কমি আহিছিল নবৌৰ হাত-ভৰিবোৰৰ ঠেৰেঙা ভালেখিনি কমিছে। কিন্তু সম্পূৰ্ণ

উত্তাপ তেতিয়াও কিবি অহা নাই। কথা কোৱাৰ চেষ্টা বিচাৰি নবৌৰ ভৰিখন চুই চালো।

"আপোনাৰ ভৰি-হাতবোৰ আজি আৰু গৰম নহবই হবলা। ৰাতি পুৱাবই দেখোন।"

"চেঁচা ভৰিখন চুইছা কেলেই?"

তাৰ পিচত আকৌ নীৰৱতা।

কথা পতাৰ আশা বাদ দি মনে মনে ৰলো। কথা নকলেও নবৌ তেনেদৰে বহি থকাত মোৰ ভাল লাগিছিল। তেখেতৰ চুলিৰ পৰা মৃদু গোন্ধ এটা ভাঁহি আহি নাকত লাগিল; এটা মিঠা গোন্ধ। গাৰ গোন্ধটোও মিঠা। হাতখন আগবঢ়াই নি নবৌৰ কোচত থব খুজিছিলো। কিন্তু সাহস নহ'ল। গাৰ উত্তাপ চোৱাৰ চলেৰে পিঠিখন পিহি চালো। হাত-ভৰিবোৰৰ দৰে সিমান চেঁচা নহয়। কিন্তু প্ৰয়োজনতকৈ বহুত চেঁচা। ইচ্ছা হৈছিল: তেখেতক শুৱাই লৈ লেপখন যেন গাত জাপি দিম। বেচেৰীয়ে ঠাণ্ডাত সঁচাকৈয়ে যথেষ্ট কষ্ট পাইছে।

কিন্তু উপায় নাছিল। নবৌয়ে যদি বেয়া পায়? আপত্তি কৰে? অসহায়ভাৱে হাতখন ওভোতাই আনি নবৌৰ কোচত থলো। তেখেতে বেয়া পাই বুলি ভয়ো লাগিছিল। হাতখন আঁতৰাই দিব বুলি ভাবিছিলো। যদি গালি পাৰে? কয়: তুমি ইমান অসভ্য!

কিন্তু নিদিলে। একো নকলে। আগৰ দৰেই নীৰৱ হৈ ৰ'ল।

এটা দুটাকৈ কেবাটাও নীৰৱ মুহূৰ্ত্ত বাগৰি গ'ল। আৰু সেই নীৰৱ মুহূৰ্ত্ত কেইটাই মোৰ মনলৈ কঢ়িয়াই আনিছিল সাহস। আসৈ পাই কৰঙন দুখন পিহি দিলো। তাৰ পিচত একো নভবাকৈয়ে কিবা এটা অজানিত উন্মাদনাত মোৰ সোঁথনেৰে উকদুটা সাৱটি ধৰিলো।

সময় বাগৰি গৈছিল।

কিবা এটা নাম নজনা তৃপ্তিত মন ভবি পৰিল।

তাৰ পিচতো আকৌ মৌনতা। নবৌ নীৰৱ। সেই নীৰৱতা ভাঙিবলৈ মন যোৱা নাছিল যদিও এবাৰ সুধিম বুলি ভাবিছিলো: দেউতাই অথনি কি কথা কব খুজিও নকলে নবৌ? আপোনাক যে কবলৈ কৈছিল।

কিন্তু নুসুধিলো। মনটো কোচ খাই গ'ল। জানোচা কথাষাৰ কৈ নবৌ আঁতৰি যায়? কিয়নো: কথাখিনি কোৱাৰ পিচত নবৌ মোৰ ওচৰত বৈ থকাৰ প্ৰয়োজন নাই। দেউতাই কবলৈ কোৱা কাৰণেহে তেখেত মোৰ ওচৰলৈ আহিছে। নহলে ইমান ৰাতি কেতিয়াও মোৰ ওচৰলৈ নাহে। আগেয়ে কোনোদিনে অহা নাই।

মোৰ ওচৰৰ পৰা নবৌ সোনকালে আঁতৰি যোৱাটো মই কামনা কৰা নাছিলো। তেনেদৰে ওৰে ৰাতি মোৰ ওচৰতে বহি থাকক: নাৰী-দেহৰ স্পৰ্শ ইমান মধুৰ! ইমান মিঠা! এই আস্বাদৰ পৰি-সমাপ্তি—মই কিয়—বোধহয় কেৱে নিবিচাৰে।

এয়ে যৌৱন নেকি?

মই স্বপ্ন-বিভোৰ হৈ পৰিছিলো হবলা। কিন্তু হঠাতে নবৌৰ মাতত সেই সপোন থান্‌বান হৈ গ'ল। স্বপ্নৰাজ্যৰ মায়াজালৰ পৰা খন্তেক পিচতে মৰ্ত্ত্যৰ নিষ্ঠুৰ বাস্তৱলৈ উভতি আহিছিলো।

"চাওঁ, যাওঁ গৈ দিয়া। ৰাতি ভালেমান হ'ল। ৰাতিপুৱা আকৌ সোনকালে উঠিব লাগিব।"

"ৰ'বচোন—যাব। বহকনা। ভাল লাগিছে।"

"এৰা, ভালতো লাগিবই। তুমি লেপৰ তলত উম লৈ শুই থাকিবা, ইফালে ঠাণ্ডাত মই কেঁকুৰি মৰিছো। নিউমেনিয়া হলে চাবাহি নহয়। যিটোহে মৰম—বুজিছো।"

"আপুনিও শোৱক না।"

"ছিঃ, তেনেদৰে কবলৈ লাজ নালাগিল?"

কথাবাৰ কওঁতে দকৈ ভাবি চোৱা নাছিলো। সৰলভাৱে কৈছিলো। কিন্তু বেঁকা অৰ্থও যে হব পাৰে সেই কথালৈ মোৰ খেয়াল নাছিল। নবৌয়ে কলতহে মোৰ লাজ লাগিল। জিভাখন কামুৰি অপ্ৰস্তুত হৈ পৰিলো। লগে লগে তেখেতৰ গাৰ পৰা মোৰ হাতখন আপোনা আপুনি আঁতৰি আহিল। মই শুই থকাটো যেন সঁচাকৈয়ে অন্যায় হৈছে। অপৰাধীৰ দৰে লেপখন আঁতৰাই শোৱাৰ পৰা উঠি বহিলো।

"কি হ'ল? উঠি বহিলা দেখোন?"

"নহয়, মানে—চেঁচাত আপুনি বহি থাকিব; আৰু মই শুই···।"

"আই ঐ দেহি! ল'ৰাৰ মোলৈ মৰম চোৱা। কিযে সহানুভূতি। শোৱা, শোৱা। ইমান মৰম দেখুৱাব নালাগে।"

মোৰ অৱচেতন মনটোৱে নবৌক সঁচাকৈয়ে সহানুভূতি দেখুৱাব খুজিছিল নেকি নাজানো। নহলে তেনেদৰে অজানিতে শোৱাৰ পৰা উঠি নবহিলোহেঁতেন নিশ্চয়।

নবৌয়ে উঠি যাব খুজিছিল নে ভালদৰে বহি লব খুজিছিল— কব নোৱাৰো। গাটো লৰাই ভৰি দুখন কোচাই লোৱা কাৰণে উঠি যায় গৈ বুলি ভাবি লৰালৰিকৈ সুধিলো: অথনি দেউ-শাই কি মহাপাপৰ কথা কৈছিল নবৌ? মোক কি কথা কবলৈ কৈছিল?

"কি কথা হব আৰু? তোমালোকৰ স্বভাৱ-চৰিত্ৰ আৰু গুণ-গৰিমাৰ বাহিৰে জানো কবলগীয়া আন কথা কিবা থাকিব পাৰে? তোমালোক মা-দেউতাৰ গুণধৰ পুত্ৰ।"

মোৰ বুকুখন চিৰিংকৈ উঠিল। যি সন্দেহ কৰিছিলো—তেন্তে সেইটোৱে সঁচা? মাহীদেউৰ ওচৰলৈ যোৱা কাৰণে দেউতাই মোক বেয়া পাইছে। পাহিৰ বিয়াৰ পিচত মাহীদেউ গেৰেকণিত্ত নামিছে নেকি? সেই কাৰণে দেউতাই মোক সন্দেহ কৰিছে?'

"মোৰ স্বভাৱ কি বেয়া হ'ল নবৌ? মই কি দোষ কৰিলো?"

"ডাঙৰ বোপাইক সুধিবাচোন—বিয়া বাৰু নকৰাই নেকি? টলৌ টলৌকৈ ঘূৰি ফুৰি জীৱন কটাম বুলি ভাবিছে হবলা।"

"অ' সেইটোহে? ককাইদেৱে বিয়া কৰাই নে নাই—মই কেনেকৈ জানিম? আপোনালোকে নোসোধে কেলেই?"

"সব কথাতে পেংলামি নাখাটে—বুইছা? তেওঁৰ বিয়াখনৰ ওপৰতে নির্ভৰ কৰিছে মোৰ ভৱিষ্যত।"

নবৌৰ কথাষাৰ শুনি মই আচৰিত হৈ পৰিছিলো! সৰু ককাইদেউৰ বিয়াৰ লগত নবৌৰ বোৱাৰী জীৱনৰ কি সম্পর্ক থাকিব পাৰে—মই বুজি নাপালো। বুৰ্ব্বকৰ দৰে নবৌৰ মুখলৈ চাই পঠিয়ালো। কিন্তু একো নেদেখিলো। এন্ধাৰৰ মাজেৰে হুমুনিয়াহৰ শব্দ এটা ভাঁহি আহি মোৰ কাণত পৰিল।

মনটো সেমেকি পৰিছিল যদিও উপায় নাছিল। শান্ত্বনা অথবা সহানুভূতি জনাই কিবা এষাৰ কোৱা প্রয়োজন। কিন্তু নবৌৰ এই বেদনাৰ আচল কাৰণটো নজনাকৈ মই কি কম?

নিৰুপায় হৈ মৌন হৈ ৰলো। তাৰ বাহিৰে আন উপায়ো নাছিল। হঠাতে এনেদৰে পৰিস্থিতিটো সলনি হৈ যাব বুলি ভবা নাছিলো। মোৰ অস্বস্তি লাগিল।

কিন্তু উপায় নাই।

কেইটামান নীৰৱ মুহূর্ত বাগৰি গ'ল। মই যেন মূক; নবৌ বধিৰ।

"কি হ'ল? বহি থাকিলা দেখোন? শোৱা। কৈছো নহয়—মোক সহানুভূতি দেখুৱাই বহি থাকিব নালাগে!"

তাৰ পিচত প্রতিবাদ কৰা নিৰর্থক।

বাধ্য ল'ৰা এজনৰ দৰে মই আকৌ শুই পৰিলো।

বাহিৰত গভীৰ নিশাৰ নীৰৱতা; ফিৰ্‌ফিৰিয়া বতাহ আৰু হাড় কপোৱা জাৰ। পৃথিৱী তেতিয়া শুইছে। সাৰে আছো মাথোন মই আৰু নবৌ; একেটা কোঠাত—একেখন বিছনাত দুটা

প্ৰাণী। তথাপি আমি যেন ইজনৰ পৰা সিজন বহুত দূৰত। আমাৰ মাজত বহুখিনি ব্যৱধান। আমাৰ মন দুটা বিভিন্নমুখী দিগন্তৰ সিপাৰত।

নবৌয়ে কি ভাবিছিল নাজানো। কিন্তু মই ভবাৰ দৰে দেউতাই কোৱা মোৰ দুশ্চৰিত্ৰৰ বিষয়ে নিশ্চয় ভবা নাছিল। আমাৰ চিন্তাৰ দিশ ভিন্নমুখী।

"নবৌ।"

"হু।"

"কথা এষাৰ সুধিলে বেয়া পাব নেকি ?"

"বেয়া পালেও কাকো একো কৰিব নোৱাৰো। কেইদিনমান পিচত মইতো আৰু কাৰো নবৌ হৈ নাথাকো।"

"মানে ?" মই আচৰিত হৈ সুধিছিলো।

কিবা এটা সন্দেহে মনৰ মাজত কুণ্ডলা পকাই বহিল। নবৌ আৰু সৰু কাইদেউৰ মাজত তেনেহলে কিবা......। মই আৰু ভাবিব নোৱাৰিলো। সৰু ককাইদেউচোন ঘৰলৈ নাহেই বাহিৰে বাহিৰে ঘূৰি ফুৰে।

মোৰ প্ৰশ্নটো শুনি নবৌয়ে হাঁহিছিল; বেদনাসিক্ত এটা ম্লান হাঁহি।

"কওঁক—মনে মনে থাকিল দেখোন। নবৌ হৈ নাথাকি কলৈ যাব ?" সাঁথৰ সাঁথৰ যেন লগা কথাষাৰ বুজিব নোৱাৰি মই স্পষ্ট কৈ সুধিলো।

"ঘৰৰ ছোৱালী ঘৰলৈ যাম গৈ।"

"আগেয়েওচোন মাজে-সময়ে গৈছিল।"

"এইবাৰ চিৰদিনৰ কাৰণে যাম গৈ। আৰু ঘূৰি নাহো।"

"কিয় ! ঘূৰি নাহিব কেলেই ?"

"ঘূৰি আহি কি কৰিম ?"

"এতিয়া কি কৰিছে ?"

উত্তৰ নিদি নবৌ মনে মনে ৰ'ল। উত্তৰ দিব খোজা নাছিল নে কি উত্তৰ দিব ভাবি পোৱা নাছিল—কব নোৱাৰো। কিছু সময় মৌন হৈ ৰ'ল। তাৰ পিচত করুণ মাত এটাৰে কৈছিল: তুমি সুবুজিবা বোপাই। স্বামীৰ মৰম আৰু পত্নীৰ মৰ্য্যাদা হেৰুওৱা নাৰীৰ জীৱনৰ বেদনা কি দুঃসহ······।"

আধা কোৱা কৈ নবৌ বৈ গ'ল। শেষলৈ মাতটো খোকা-থুকি হৈ পৰিছিল; কথাবোৰ কান্দোন হৈ ওলাই আছিল। মোৰ বেয়া লাগিল। নাৰীৰ চকুত চকুপানী দেখিলে—কাৰো ভাল নালাগে। সৰু ছোৱালী এজনীক মৰম কৰাৰ দৰেই তেখেতৰ গায়ে মূৰে হাত বুলাই দিলো। অসহায় ছোৱালী এজনীৰ দৰে নাওঁহাতৰ কিলাকুটিৰ ওপৰত মূৰটো থৈ তেখেত মোৰ ওচৰতে শুই পৰিল। অৰ্দ্ধশায়িতা নবৌজনীক অকণমানি ছোৱালী এজনীৰ দৰে বুকুৰ মাজত সাবটি লৈ মোৰ চুমা খাবলৈ মন গৈছিল। কিন্তু নবৌ সৰু ছোৱালী নহয়; যুৱতী বোৱাৰী।

"ককাইদেৱেচোন আপোনাক বৰ ভাল পায়; অসম্ভৱ মৰম কৰে। ককাইদেউৰ মৰম হেৰুওৱা বুলি কলে···।"

"সেই কাৰণেই আৰু বেছি বেয়া লাগিছে। মৰম নকৰা হলেই ভাল আছিল। তেতিয়া ইমান বেজাৰ নাপালোহেঁতেন।"

মোৰ কথাৰ ওপৰতে কোৱা নবৌৰ কথাৰ মই বুজি পোৱা নাছিলো। ককাইদেউৰ গভীৰ ভালপোৱা আৰু মৰম হেৰুৱাবলৈ ওলোৱাৰ অৰ্থ কি? তাৰ মানে ককাইদেৱে কাৰোবাক ভাল পায় নেকি? কিন্তু কাক?"

গাঁৱৰ আটাইবোৰ গাভৰু ছোৱালী আৰু যুৱতী বোৱাৰীৰ ছবিবোৰ এবাৰ কল্পনা কৰিবলৈ যত্ন কৰি মনে মনে ৰলো।

"আমাৰ বিয়া হোৱাৰ কিমান বছৰ হ'ল—কোৱাচোন।"

"সাত আঠ বছৰমান নহব নে?"

"আঠ বছৰ হ'ল। বিয়াৰ আঠ বছৰ পিচলৈকে সন্তানৰ মাতৃ

স্বখ নোপোৱা পত্নীয়ে স্বামীৰ মৰম হেকওৱা নিতান্তই স্বাভাৱিক। মা-দেউতাৰ মনত সেইটোৱে দুখ।”

“অ’ সেইটোহে। এই সাধাৰণ কথাটোৰ কাৰণে আপুনি ইমান··· ।”

“কি কলা? সাধাৰণ কথা? তুমি হয়তো সাধাৰণ বুলি ভাবিব পাৰা—কিন্তু পৰিণতিটো সাধাৰণ নহয়। বংশ এটা জীয়াই ৰাখিবলৈ ল’ৰা-ছোৱালীৰ প্ৰয়োজন। দেউতাৰাৰ ইচ্ছা ককায়েৰাই আৰু এজনী বিয়া কৰাওক।”

“ইহ্—দেউতাই কলে বুলিয়েই হব নে? ককাইদেউৰ মতামত··· ।”

“ককায়েৰাৰ ইচ্ছা নাই। ডাঙৰ বোপাইৰ বিয়াখনৰ কাৰণে ককায়েৰা সেই কাৰণেই ইমান ব্যস্ত। তেওঁ যদি সোনকালে বিয়া নকৰায়—বংশৰক্ষাৰ কাৰণে এজন নতুন অতিথি নাহে—তেনেহলে এইখন ঘৰৰ মমতা এৰি চিৰদিনলৈ মই আঁতৰি যাব লাগিব।” মোৰ কথাৰ ওপৰতে নবৌয়ে কৈ উঠিল।

“কিয় যাব লাগিব?”

“দেউতাৰ ইচ্ছাত ককায়েৰাই তেতিয়া আৰু বাধা দিব নোৱাৰিব কিন্তু কোনো পত্নীয়ে স্বামীৰ মৰম আৰু ভালপোৱাৰ ভাগ বিতৰণ সহ্য কৰিব নোৱাৰে। ময়ো নোৱাৰিম।”

নবৌৰ দুৰ্ভাৱনাৰ কাৰণটো বুজিবলৈ মোৰ টান নালাগিল।

সতিনীৰ প্ৰতি নাৰীৰ হিংসা সনাতন। নবৌও তাৰ ব্যতিক্ৰম নহয়। এইখন ঘৰলৈ সতিনী হৈ কোনোবা এজনী অহাৰ আশঙ্কা নবৌ জৰ্জৰিতা। কিন্তু এই কথাখিনিকে দেউতাই জানো নবৌক কবলৈ কৈছিল? ‘জীৱনত মহাপাপ কৰিছিলো’ বুলি দেউতাই তেনে আক্ষেপ কৰাৰ কাৰণ কি? দেউতাই কি মহাপাপ কৰিছিল?

“বুইছা বোপাই······ ।”

কিবা এৰাৰ কব খুজি নবৌ থমকি ৰ’ল।

"কওঁকচোন।"

"আচলতে—মানে···ককায়েৰাই কাৰোবাক বিয়া কৰালেও···।" নবৌয়ে শেষকৈ কব নোৱাৰিলে; আকৌ বৈ গ'ল। কব খোজা কথাষাৰ কেনেদৰে প্ৰকাশ কৰিব—বোধহয় ভাবি পোৱা নাছিল।

ককাইদেৱে যে আকৌ বিয়া কৰাব আপুনি কেনেকৈ জানিলে? আপোনাক কৈছে নেকি?"

"কোৱা নাই। কিন্তু বিয়া কৰালেও দেউতাৰ আশা হয়তো পূৰণ নহ'ব। আচলতে দোষ মোৰ নহয়; বোধহয় ককায়েৰাৰ।"

তেখেতে ককাইদেউৰ কি দোষৰ কথা কৈছিল প্ৰথমতে মই বুজি পোৱা নাছিলো যদিও শেষত বুজি পাইছিলো।

"কেতিয়াবা কেতিয়াবা মোৰ কি ইচ্ছা হয়—জানা?"

"কওঁকচোন।"

"মই যেন প্ৰমাণ কৰি দেখুৱাম: মই অনুৰ্ব্বৰা নহয়; মাতৃ হোৱাৰ যোগ্যতা মোৰো আছে। কিন্তু ভয় হয়—জানোচা মোৰ অনুমানটো সঁচা নহয়; ভুল। দোষ সঁচাকৈয়ে মোৰহে—ককায়েৰাৰ নহয়। তেতিয়া মোৰ কি হ'ব? পদুমৰ আশাত বোকাত নামি যদি ব্যৰ্থ হৈ উভতি আহিব লাগে?"

নীৰৱে শুনি যোৱাৰ বাহিৰে কবলগীয়া মোৰ একো নাছিল। নবৌ যে আবেগ বিহ্বলা হৈ পৰিছিল। বুজিছিলো; পৰিস্থিতিয়ে বাধ্য কৰাইছিল। বাধ্য হৈ মই মনে মনে ৰলো।

"দোষ কৰি শাস্তি পালে বেয়া নালাগে। কিন্তু বিনা দোষত শাস্তি পালে মন বিদ্ৰোহী হৈ উঠে। ধৃতৰাষ্ট্ৰৰ জন্ম-কাহিনীটো সেই কাৰণেই হবলা প্ৰায়ে মোৰ মনত পৰে। পাপ-পুণ্য আৰু ধৰ্ম্ম-অধৰ্ম্মৰ কথা তেতিয়া পাহৰি যাবলৈ মন যায়। কোনটো ন্যায় আৰু কোনটো অন্যায়—সেই কথা তেতিয়া মই বিচাৰ কৰিব নোৱাৰা হৈ যাওঁ। এটা দুৰ্ব্বাৰ আকাঙ্ক্ষাই মোক বিচলিত কৰি তোলে। নাৰীৰ জীৱনৰ পূৰ্ণতাৰ কাৰণে আজিৰ এই ৰাতিটোৱে মোৰ কাৰণে যথেষ্ট।"

কথা কেইষাৰ কৈ নবৌয়ে ফোঁপাইছিল। কিবা এটা উত্তেজনাত দুৰ্ব্বল হৈ পৰিছিল।

মই শিঁহৰি উঠিছিলো। নবৌৰ কথাত এয়া কিহৰ ইঙ্গিত ?

ইতিমধ্যে অৰ্দ্ধশায়িতা নবৌৰ বুকুৰ মাজত মই সোমাই পৰিছিলো। কোনোবা এটা অসতৰ্ক মুহূৰ্ত্তত মৰমী হাতেৰে তেখেতে মোক নিচেই ওচৰলৈ চপাই লৈ মোৰ চুলিৰ মাজে মাজে হাত বুলাই দিছিল। মাকৰ বুকুৰ গাখীৰ খোৱা কেচুৱাৰ দৰে মই নিৰুত্তাপ হৈ শুই পৰিছিলো।

কিন্তু নবৌৰ কথাবোৰ শুনি হঠাতে মোৰ কি হৈছিল কব নোৱাৰো। মাতৃৰ বুকুৰ মাজত পুত্ৰৰ দৰে পবিত্ৰভাৱে শুই থকা মইটো যেন মুহূৰ্ত্তৰ ভিতৰতে সলনি হৈ গৈছিলো। উশাহ-নিশাহবোৰ ঘন হৈ পৰিছিল। বিজুলী প্ৰৱাহ গাত লগাৰ দৰে সমগ্ৰ দেহতে অনুভৱ কৰিছিলো এটা শিহৰণ; কিবা এটা দুৰ্ব্বাৰ উত্তেজনা। ঠেৰেঙা লগা চেঁচাতো মোৰ কপালৰ আগত বিৰিঙি উঠিছিল বিন্দু বিন্দু ঘামৰ টোপাল।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰো।

তাৰ পিচত হঠাতে চাবুকৰ কোব খোৱা মানুহৰ দৰে মই শোঁত-মোত খাই গৈছিলো। সমগ্ৰ উত্তেজনা মুহূৰ্ত্তৰ ভিতৰতে হেৰুৱাই নিৰুত্তাপ হৈ পৰিছিলো।

মা আৰু নবৌ।

মাতৃ আৰু পুত্ৰৰ পৱিত্ৰতাক কলুষিত কৰিব খোজা মোৰ ভিতৰৰ উদ্‌ভ্ৰান্ত পশুটোক কোনোবাই যেন নেদেখা চাবুকেৰেহে কোবাইছিল। মা আৰু নবৌৰ মাজত কোনো পাৰ্থক্য নাই। মাৰ দৰে নবৌও পূজনীয়া। সেইজনী পূজনীয়া নাৰীৰ দেহৰ উত্তাপত শিহৰণ অনুভৱ কৰাটোও পাপ। কথাষাৰ মনত পৰাৰ লগে লগে লাজ আৰু ঘৃণাত নিজৰ মুখতে থুৱাবলৈ মন গৈছিল।

তাৰ পিচতো সময় বাগৰি গৈছিল। পলৰীয়া মুহূৰ্ত্তবোৰৰ গতি সদায় চঞ্চল। আৰু চঞ্চল মুহূৰ্ত্তবোৰৰ দৰেই অবিশ্বাসী আমাৰ মন।

মোৰ মনটোয়ে আকৌ ফেপেৰি পাতি উঠিল।

এজনী অসহায় নাৰীক জীৱনৰ আশ্বাস দিয়া জানো পাপ? অকণমান অনুকম্পা দেখুওৱাটো জানো অন্যায়?

যুক্তি-তৰ্ক; ন্যায় আৰু অন্যায়।

মোৰ মনৰ মাজত তেতিয়া আৰম্ভ হৈছিল এখন কুৰুক্ষেত্ৰৰ সংগ্ৰাম; পাপ-পূণ্য বিচাৰৰ দ্বন্দ্ব। মই কি কৰা উচিত? চিৰ জীৱনৰ কাৰণে স্বামীৰ মৰমৰ পৰা বঞ্চিতা হবলৈ ওলোৱা এজনী ছোৱালীক নিৰাশ কৰাটোয়ে ধৰ্ম্ম নেকি? ভিক্ষাৰ কাৰণে হাত পতাজনক বিমুখ কৰাটো পাপ নহয় নেকি বাৰু?

নবৌ নীৰৱ।

মই নিশ্চিত: এই মুহূৰ্ত্তত পাপ-পূণ্যৰ বিচাৰ কৰাৰ ক্ষমতা নবৌয়ে নিশ্চয় হেৰুৱাই পেলাইছে। মোক বাধা দিয়াৰ শক্তি হেৰুৱাই পেলাইছে। বাধা দিবলৈ হয়তো যত্নও নকৰিব। মোৰ পৰা অকণমান সঁহাৰি পালেই লেতু সেতু হৈ মোৰ বুকুৰ মাজত ঢলি পৰিব।

কেতিয়াবা একোটা মুহূৰ্ত্তই হঠাতে আমাক বৰ বেয়াকৈ প্ৰতাৰণা কৰে; বিশ্বাসঘাতকতা কৰিব খোজে। সেই মুহূৰ্ত্তত সুস্থ বিচাৰ-বিবেচনাৰ ক্ষমতা আমাৰ হেৰাই যায়।

প্ৰলোভন সদায় ছলনাময়ী।

সেই কাৰণেই হঠাতে মই আকৌ উদ্‌ভ্ৰান্ত হৈ পৰিছিলো নেকি কব নোৱাৰো। নবৌৰ চমকতহে মোৰ চেতনা ফিৰি আহিল।

"কি কৰা? ছিঃ তুমি ইমান অসৎ নে? ৰ'বা, ককায়েৰা আহক: কৈ দিম।"

কঁকালত কোব খোৱা ফেটী সাপটোৰ দৰে শোৱাৰ পৰা নবৌ একেজাপে উঠি বহিল। তাৰ পিচত বিছনাৰ পৰা নামি ক্ষিপ্ৰ পদক্ষেপেৰে কোঠাটো চেৰাই দুৱাৰখন খুলি আঁতৰি গ'ল।

মই হতভম্ব হৈ পৰিলো। হঠাতে কি হৈ গ'ল, কি কৰিছিলো, মই নিজেই নাজানো।

মোৰ সন্মুখত আঙুলি টোৱাই থিয় হৈ ৰ'ল বিবেক। নাকে-মুখে মেনিয়ে ভেনিয়ে গুৰিয়াই লঠিয়াই গৰজি উঠিল: লম্পট, তই মানুহ নে পশু?

মই কি কৈফিয়ৎ দিম ভাবি পোৱা নাছিলো। সম্মুখে সাঁচি থোৱা বাকচৰ পৰা ধনৰ টোপোলা চুৰ কৰি গিৰিহঁতৰ সন্মুখত ধৰা পৰি যোৱা চোৰৰ দৰে মই পেঁপুৱা খাই পৰিছিলো। মই কৰা অপৰাধৰ কোনো কৈফিয়ৎ নাই।

কেনেদৰে কিমান সময় বাগৰি গৈছিল কব নোৱাৰো।

খোলা দুৱাৰখনেৰে চেঁচা বতাহ-এজাক সোমাই আহি মোৰ গালে মুখে চেৰেকি গ'ল। কিন্তু উঠি গৈ দুৱাৰখন বন্ধ কৰাৰ ইচ্ছা নহ'ল। হয়তো উঠি যোৱাৰ ধৈৰ্য্য আৰু শক্তিও নাছিল। ফাঁচীৰ হুকুমৰ বাবে বৈ থকা অপৰাধীৰ দৰে বুকুখন ডুক-ডুককৈ কঁপি উঠিল লাজ, অপমান আৰু ঘৃণাত মই চট্‌ফটাই উঠিলো: মৰি যাওঁ - মৰি যাওঁ যেন লাগিল।

ৰাতি পুৱালে নবৌয়ে কথাবাৰ নিশ্চয় মাক কব, আৰু মাই কব দেউতাক। মা-দেউতা সকলোৱে জানিব: মই চৰিত্ৰহীন, লম্পট

আৰু ককাইদেউ?

মই আৰু ভাবিব নোৱাৰিলো। ৰাতিৰ ভিতৰতে নপলালে পলাই যাব নোৱাৰিলে—মোৰ যেন ৰক্ষা নাই। দিনৰ পোহৰত মা-দেউতা, নবৌৰ ওচৰত মই থিয় হব নোৱাৰিম।

মন অশান্ত হৈ পৰিল। একো সিদ্ধান্ত লব নোৱাৰি বাহিৰলৈ চালো। বাহিৰত দোভাগ নিশাৰ নীৰৱতা আৰু ঘোপ মৰা অন্ধকাৰ। বাৰীৰ চুকৰ পৰা শিয়াল এজাকৰ চিঞৰ ভাঁহি আহি কাণত পৰিল। নঙলা মুখৰ নাহৰ জুজোপাৰ পাতবোৰ হয়তো বতাহত তিতিয়া কঁপিছিল।

## ॥ আঠ ॥

অকণমান ভুলৰ কাৰণেই কেতিয়াবা আমি বৰ বিপদত পৰিব-লগীয়া হওঁ; মোহনীয় মুহূর্ত্তবোৰ হঠাতে তিতা হৈ পৰে। যুগ যুগ ধৰি আৱদ্ধ হৈ থকা বন্ধ কোঠালীৰ বতাহৰ দৰে বিষময় আৰু অসহনীয় হৈ পৰে আমাৰ চৌদিশৰ পৰিৱেশ। অকণমান মুকলি বতাহৰ কাৰণে আমি চট্‌ফট্‌ কৰো; হাঁহাকাৰ কৰি উঠো।

'জীৱনত মহাপাপ কৰিছিলো' বুলি দেউতাই কিয় আক্ষেপ কৰিছিল সেই কথা নবৌক সোধাৰ মোৰ অৱসৰ নহল। হয়তো আৰু কোনোদিনেই নহবও। নবৌৰ ওচৰত থিয় হোৱাৰ সাহস মোৰ নাই। মা-দেউতা আৰু নবৌ শুই উঠাৰ আগতেই আঁতৰি যাব পাৰিলেই যেন ৰক্ষা পাওঁ।

কিন্তু ইমান ৰাতি পুৱাতে গুৱাহাটীলৈ যোৱাৰ কোনো উপায় নাই। ৰেলগাড়ীৰ বাহিৰে যাতায়তৰ বিকল্প ব্যৱস্থা একো নাছিল। বাছ-মটৰ নচলে। ৰেল ষ্টেচনটোলৈও তিনি মাইল দূৰ। সৰু ষ্টেচন। যাত্রীবাহী ট্রেন থামে। এক্সপ্রেছ অথবা ডাক গাড়ী নাথামে। গুৱাহাটীমুখী একমাত্র যাত্রীবাহী ৰেলখন আহি ষ্টেচন পাওঁতে বেলি পাতত বহিবৰে হয়। আনকালে দুপৰীয়া খাই বৈ জিৰাই শঁতাই লাহে ধীৰে ষ্টেচনলৈ খোজ লওঁ।

কিন্তু আজি?

আবেলিলৈ ৰবলৈ মোৰ ধৈর্য্য নাছিল।

ৰাতি পুৱা ছয় বজাত গুৱাহাটীলৈ ডাক গাড়ী এখন যায়। কিন্তু আমাৰ ওচৰৰ ষ্টেচনটোত নাথামে। আৰকালি কেতিয়াবা কাচিৎ

লাইন ক্লিয়াৰ নাপালে ষ্টেচনৰ দূৰবৰ্ত্তী চিগনেলৰ সিপাৰত অকণমান সময়ৰ কাৰণে থমকি ৰবলৈ বাধ্য হয়। ক্লিয়াৰ চিগনেল দিবলৈ পাহৰি যোৱা পইণ্টমেন, ষ্টেচন মাষ্টৰক টোপনিৰ পৰা জগাবলৈ বিকট শুৰত সুহুৰি বজায়। কিন্তু সদায় নহয়। কেতিয়া বয়—কোনো নিশ্চয়তা নাই।

যোৱা ৰাতি অস্বস্তিত চট্‌ফটাই থাকোতে কেতিয়া টোপনি আহিছিল কব নোৱাৰো। কিন্তু পুৱ ৰ কাহিলি পৰতে চিঞৰি উঠা চৰাইজাকৰ বিশৃঙ্খল মাতত মোৰ টোপনি ভাঙি গৈছিল। সাৰ পাই চকুহটা মোহাৰি বাহিৰলৈ চালো। যোৱা নিশাৰ দুৰ্ঘটনাটোলৈ হঠাতে আকৌ মনত পৰিল। মই শিঁহৰি উঠিলো।

অকণমান কৈ মেল খাই থকা দুৱাৰখনেৰে ভিতৰলৈ সোমাই অহা পোহৰত তেতিয়াও কোঠাটো সম্পূৰ্ণকৈ পোহৰ হৈ উঠা নাছিল যদিও এন্ধাৰ আঁতৰি গৈছিল। দুৱাৰমুখৰ পৰ্দ্দাখন স্থিৰেৰে ৰব পৰা নাই। ৰাতিপুৱাৰ চেঁচা বতাহজাকত মোৰ মনটোৰ দৰেই বৈ বৈ কঁপিছে।

পৰ্দ্দাৰ ফাঁকেৰে নবৌৰ শোৱনি কোঠাটোলৈ চাই পঠিয়ালো। নাই, নবৌ শুই উঠা নাই। কিন্তু আৰু অলপ পিচতেই শুই উঠিব। ৰাতিপুৱা দোকমোকালিতে তেখেতৰ শুই উঠা অভ্যাস। নবৌ শুই উঠাৰ অলপ পিচতে সিফালৰ ঘৰটোৰ দুৱাৰ খুলি ওলাই আহিব মা। হাতত বাঢ়নী লৈ চোতাল ঘৰ সাৰিবলৈ লোৱা নবৌক কিবাকিবি সুধিব; কব। দিনটোৰ ভিতৰত কৰিবলগীয়া কামৰ নিৰ্দ্দেশ দিব। যোৱা ৰাতি মই ভাত খাইছিলো নে নাই এনেয়ে এবাৰ সুধিব।

লেপৰ তলৰ মিঠা উমটো এৰি বিছনাৰ পৰা উঠিবলৈ মন যোৱা নাছিল। কিন্তু অশান্তি, দুশ্চিন্তা আৰু আশঙ্কাত মন যেতিয়া অস্থিৰ হৈ পৰে তেতিয়া শুই থাকিব নোৱাৰি। ৰাতিৰ এন্ধাৰত জোৰকৈ চকু দুটা মুদি পৰি থাকিব পাৰিলেও দিনৰ পোহৰত তেনেকৰে বিছনাত পৰি থকা অসম্ভৱ।

মা আৰু নবৌহঁতৰ ওচৰৰ পৰা আঁতৰি আহিবলৈ মই উদ্‌গ্ৰীৱ হৈ পৰিছিলো। ইচ্ছা হৈছিল: মই যেন চিৰদিন বন্ধ কোঠা এটাৰ ভিতৰত সোমাই থাকিম। পৰিয়ালৰ আটাইবোৰ মানুহৰ দৃষ্টিৰ আঁৰত নিজক লুকুৱাই ৰাখিম। কিন্তু সেয়া সম্ভৱ নহয়। দুৱাৰখন বন্ধ কৰি আৰু হয়তো কেইঘণ্টামান শুই থাকিব পাৰিম। আঠমান বজালৈকে কেৱে মোক আমনি নকৰে; নজগায়। কিন্তু তাৰ পিচত?

মন অস্থিৰ হৈ পৰিলে সুস্থভাৱে কোনো কথা বিবেচনা কৰাৰ ক্ষমতা নাথাকে। কৰ্ত্তব্য-অকৰ্ত্তব্যৰ জ্ঞান হেৰাই যায়। মোৰো সেয়ে হৈছিল হবলা। নহলে ইমান ৰাতিপুৱাতে বিছনাৰ পৰা উঠি কিয় চোতাল পাইছিলো গৈ—মই নিজেই নাজানো। চেঁচা বতাহ এজাক গাত লাগি নোমবোৰ শিঁহৰি উঠিল।

ঘোৰা নিশা হৈ ঘোৰা শিল বৰষুণৰ চিন তেতিয়াও স্পষ্ট হৈ আছে। চোতাল ঘৰৰ চাৰিওফালে সিঁচৰিত হৈ পৰি আছে বতাহত সৰি পৰা বহুতো গছৰ পাত। বুঢ়া পাতবোৰৰ ৰংবোৰ হালধীয়া। ঘাঁহ বনবোৰ নিকা; চোতালখন সেমেকা। অ'ত ত'ত সৰি পৰা টোকোৰা চৰাইৰ কেবাটাও বাঁহ। বাৰীৰ ভামোল কেইজোপাৰ পৰা বতাহত সৰি পৰা বাঁহবোৰ দেখি মনটো বেয়া লাগিল। নাৰিকলৰ পাতৰ আঁৰেৰে সজা বাঁহবোৰৰ ভিতৰত কণী অথবা পোৱালী আছিল নেকি নাজানো। আছিল যদিও সেইবোৰ হয়তোবা ভাঙিল; নহলে মৰিল। শিল বৰষুণৰ ঠেকেচাত পোৱালীবোৰ নিশ্চয় জীয়াই থকা নাই। কণীবোৰ নভঙাকৈ থকাটোও অসম্ভৱ।

কিন্তু বনৰীয়া চৰায়ে জাৰকালি কণী পাৰে জানো? পোৱালী জগায়?

কিবা এটা কৌতুহলত সৰি পৰা বাঁহবোৰ পৰীক্ষা কৰি চাবলৈ মন গ'ল। পিচে এলাহ লাগিল। ভৰিৰে লুটিয়াই বগৰাই চালো। নাই, বাঁহবোৰত কণী অথবা পোৱালী নাই; শুদা।

কেইটামান হুভগীয়া চৰাইৰ ঘৰ ভাঙিল; কেন্তেকৰ কাৰণে হলেও আশ্ৰয়হীন হ'ল। কিন্তু প্ৰাণহানি হোৱা নাই; সঙ্গীহীন হোৱা নাই। যদি হৈছিল—তেন্তে কোবাল বতাহত বৰ নোৱাৰি ক'ৰবালৈ উৰি গৈছে। দিনৰ পোহৰত আকৌ উভতি আহিব।

চৰাইৰ বাঁহবোৰ দেখি কিয় তেনেদৰে ভাবিছিলো কব নোৱাৰো। চোতালত পৰি থকা গছৰ পাতবোৰ গছকি, লঠিয়াই-গুৰিয়াই কেইখোজমান আগবাঢ়ি গৈ থমকি ৰলো। মোৰ সম্মুখত এজনী শালিকী। হালধীয়া ঠোঁটটো মাটিত গুজি পৰি আছে। পাখী দুখন প্ৰসাৰিত। ধুমুহাত থাউনি হেৰুৱাই বাঁহৰ পৰা চাগে মৰি পৰিছিল। শিল-বৰষুণৰ চেপাত আৰ্তনাদ কৰি হয়তো চিঞৰিছিল। কাৰোবাৰ—আপোনজনৰ সহায় বিচাৰিছিল। লগৰীয়া চৰাইটোক মাতিছিল। জীয়াই থাকিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল।

কিন্তু আটাইবোৰ চেষ্টাই তাইৰ ব্যৰ্থ হৈ গ'ল। শিলাবৃষ্টিৰ আঘাত সহিব নোৱাৰি অৱশেষত তাই মৰি থাকিল।

তাই নে সি? শালিকী নে শালিকা? হাঁহ আৰু মুৰ্গীৰ মতা মাইকী চিনি পাওঁ। কিন্তু বনৰীয়া চৰাইৰ মতা মাইকীৰ চিন ধৰিব নোৱাৰো। সিমান জ্ঞান মোৰ নাই। তথাপিচোন মৰি পৰি থকা চৰাইজনীক মাইকী চৰাই বুলিহে মোৰ ধাৰণা হ'ল।

এই শালিকীজনীৰ লগত নবৌক ৰিজাই চাবলৈ হঠাতেচোন মন গ'ল। চৰাইজনীৰ লগত নবৌৰ কিবা সাদৃশ্য আছে নেকি বাৰু? মোৰ লগত একা?

আকৌ নবৌ?

বুকুখন চিৰিং কৈ উঠিল।

পিচলৈ ঘূৰি চালো।

ৰক্ষা? নবৌ এতিয়াও শুই উঠা নাই। কিন্তু অলপ পিচতে উঠিব। আৰু পলম কৰিব নোৱাৰি।

লৰালৰিকৈ ঘৰৰ ভিতৰলৈ সোমাই আহিলো। টেবুলৰ ওপৰত

খুলি থোৱা ঘড়ীটোলৈ চালো। খৰ খুজীয়াকৈ গলে ডাক গাড়ীখন আহি পোৱাৰ আগতে গৈ ষ্টেচন পাবও পাৰো।

কিন্তু গাড়ীখন ৰ'ব জানো? লাইন ক্লিয়াৰৰ সংকেত দিবলৈ যদি পাহৰি নাযায়? টিকেট নোহোৱাকৈ গৈ ধৰা পৰিলে—কি হ'ব?

সিমানবোৰ ভাবিবলৈ মোৰ অৱসৰ নহ'ল। লৰালৰিকৈ কানি-কাপোৰবোৰ সামৰি চুটকেচত ভৰাই ললো। মানিবেগটো উলিয়াই নোট কেইখন আৰু ডঙা পইচাখিনি লেখি চালো। বেছি পইচা নাই। সেইখিনি পইচাৰে গুৱাহাটীলৈ গৈ মাত্ৰ কেইদিনমানহে চলিব পাৰিম। কিন্তু টকা খুজিবলৈ নবৌ অথবা মা শুই উঠাই নাই। শুই উঠিলেও নবৌৰ ওচৰলৈ টকা খুজিবলৈ মই যাব নোৱাৰো। ঘৰৰ কেৱে শুই উঠাৰ আগতেই মই আঁতৰি যাবলৈ ওলাইছো। মই আঁতৰি যাবই লাগিব। নবৌ শুই উঠিলেই বিপদ।

কাগজ এখিলা বিচাৰি আনি চিঠি এখন লিখিলো। ভাবিছিলো: নবৌলৈ লিখিম। কিন্তু সাহস নহ'ল।

পূজনীয়া মা,

বিশেষ কাম এটাৰ কাৰণে মই এতিয়াই যাবলগীয়া হ'ল। আপোনালোক শুই উঠা নাই বাবে ঠাওাত আমনি দিবলৈ ভাল নালাগিল।

মোৰ হাতত টকা কেইটামানহে আছে। ককাইদেউ আহিলে কিছু টকা পঠিয়াই দিবলৈ কব।

সেৱা লব। ইতি—

আপোনাৰ—সোণ।

চিঠিখন টেবুলৰ ওপৰতে থৈ নবৌৰ কোঠাটোলৈ চালো। তাৰ পিচত চুটকেচটো হাতত লৈ খৰখেদাকৈ নঙলা চেৰাই আলিবাট পালোহি। পিচলৈ উভতি চাবলৈ সাহস নহ'ল। জানোচা নবৌ ইতিমধ্যে দুৱাৰ খুলি নঙলা মুখলৈ ওলাই আহে? মোক দেখা পায়?

মনটো কেনেবা লাগিল। শোক আৰু বেজাৰত কান্দি দিবলৈ মন গৈছিল। মনতে থিৰাং কৰিছিলো: এইখন ঘৰলৈ আৰু কেতিয়াও উভতি নাহো; আহিব নোৱাৰিম। যোৱা নিশাৰ ঘটনাটোৰ কথা ঘৰৰ আটায়ে জানিব; নবৌয়ে কৈ দিব। তাৰ পিচত মা-দেউতাৰ ওচৰত মুখ দেখুওৱাৰ সাহস মোৰ নাই।

চিঠিখন পাই মাই হয়তো মনত বেজাৰ পাব। কিন্তু মোৰ সিদ্ধান্তৰ বিষয়ে নিশ্চয় গম নাপায়। নাজানিব: এয়ে আমাৰ শেষ দেখা; ইয়াৰ পিচত মোক আৰু কেতিয়াও দেখা নাপায়।

চিঠিখন মায়ে পাব জানো? নবৌয়ে যদি মাক নিদিয়ে? চিঠি এখন লিখি থৈ যোৱা বুলি মাক নজনায়? ঘৰ-দুৱাৰ সাৰি মচি পৰিষ্কাৰ কৰিবলৈ অহা নবৌয়ে যদি চিঠিখন দেখি লুকুৱাই থয়? নবৌয়ে চিঠিখন নিশ্চয় পঢ়ি চাব। কিন্তু তাৰ পিচত?

মই ধৰা পৰি যাম। নবৌয়ে জানিব: মই সঁচা কথা লিখা নাই। বিশেষ কাম থকা বুলি ফাঁকি দি ঘৰৰ পৰা আঁতৰি আহিছো।

মই আনমনা হৈ পৰিছিলো হবলা। কথাবোৰ ভাবি ভাবি আগবাঢ়ি যোৱা পদক্ষেপ হঠাতে মোৰ থমকি ৰ'ল। দৃষ্টি ঘূৰাই অজানিতে সোঁ ফাললৈ চাই পঠিয়ালো। নিৰ্জ্জন পৰিবেশৰ মাজত এটা সৰু ঘৰ। চাৰিওফালে গছ-গছনি আৰু তামোল-পানৰ বাৰী. দূৰত এখন বাঁহনি। গছ-গছনিৰ ফুকুঙাৰে মোৰ দৃষ্টি সৰাক গৈ ঘৰটোৰ ওপৰত খোপনি পুতি ৰ'ল। আজন্মৰ পৰা চিনাকি এটা ঘৰ। মৰম চেনেহেৰে সিক্ত ঘৰখনৰ আটাইকে মই চিনি পাওঁ। বেৰৰ প্ৰতিডাল ইকৰা, চালৰ কামি, কৰা, মাৰলি মোৰ চিনাকি; মৰমৰ— আপোন। ঘৰটোৰ ভিতৰত সোমাই শেষবাৰৰ বাবে এবাৰ চাবলৈ কিয় জানো বৰ মন গৈছিল—কব নোৱাৰো।

মোৰ অজ্ঞাতেই ভৰি দুখন ঘৰটোৰ ওচৰলৈ আগবাঢ়ি গৈছিল। মাহীদেউক এবাৰ চাই যোৱাৰ হেঁপাহত মনটো উদ্বাউল হৈ উঠিল।

এৰা, মাহীদেউক মাত এষাৰ লগাই যোৱা উচিত। ইয়াৰ পিচত আৰু কোনো দিনেই হয়তো আমাৰ দেখা নহব।

কিন্তু ইমান ৰাতিপুৱাই শুই উঠিছে জানো? জহকালি ৰাতি নৌপুৱাওতেই শুই উঠা দেখিছো। জাৰকালি কেতিয়া শুই উঠে নাজানো। মানে—জাৰকালি কোনোদিনেই মই সোনকালে শুই উঠা নাই। গাওঁকে মাহীদেউ কেতিয়া শুই উঠে মই নাজানো।

শুই উঠিলেও টোপনিত নিশ্চয় লালকাল হৈ পৰি থকা নাই। টোপনি ভাঙি গৈছে। বিছনাৰ মিঠা উমটো এৰি ঠেৰেঙাত উঠি আহিবলৈ মন যোৱা নাই। সেই এলাহতে হয়তো এনেয়ে বাগৰি আছে। 'মাহীদেউ' বুলি মাত দিলেই দুৱাৰ খুলি ওলাই আহিব। মোক যাবলৈ ওলোৱা দেখি আচৰিত হৈ পৰিব।

মাহীদেউ ওলাই আহিব।

কিন্তু?

এৰা, পাহি নাই। পাহি নাহে। মাহীদেউৰ বাহিৰে ওলাই আহিবলৈ সেইখন ঘৰত আৰু কোনো নাই।

মনটো সেমেকি পৰিল। মাহীদেউৰ ঘৰলৈ যোৱাৰ আগ্ৰহটো হেৰাই গ'ল। অজ্ঞাতেই বৈ আহিল এটা হুমুনিয়াহ।

পদক্ষেপ ঘুৰাই মই আকৌ উভতি আহিলো। আলিবাট পালোহি। মোৰ সন্মুখত এটা কেঁকুৰি। কেঁকুৰিটো চেৰাই যোৱাৰ পিচত ঘৰৰ ভিতৰৰপৰা নবৌহঁত ওলাই আহিলেও মোক আৰু দেখা নাপায়; নেদেখে।

আলিবাটৰ কেঁকুৰি আৰু জীৱনৰ বাটৰ কেঁকুৰিৰ মাজত কোনো পাৰ্থক্য নাই; বোধহয় একে কেঁকুৰিৰ আঁৰত লুকাই থকা পথচোৱা ইপাৰৰ পৰা আমি দেখা নাপাওঁ। আমাৰ দৃষ্টিয়ে ঢুকি নাপায়। অচিনাকি বাটৰ কেঁকুৰিৰ সিপাৰৰ পথ আৰু জীৱনৰ ভৱিষ্যত সদায় অনিশ্চিত।

মই আগবাঢ়ি গৈছিলো।

কিন্তু বকৰা বংশৰ ধ্বংসৰ সূত্ৰপাত যে সেইদিনাই আৰম্ভ হৈছিল সেই কথা মই তেতিয়া বুজি পোৱা নাছিলো। মৰা শালিকীজনীৰ দৰেই এটা প্ৰতাপী বংশৰ উত্তাপ গোটমাৰি শিল হৈ যাব বুলি আমাৰ পৰিয়ালৰ কোনোৱেই সিদিনা ভাবিব পৰা নাছিল। পৰা হলে কুঁৱৰী বৌ হয়তো এইখন ঘৰলৈ বোৱাৰী হৈ নাহিলহেঁতেন। বোৱাৰী কৰি নানিলেহেঁতেন।

এয়া সময়ৰ প্ৰতিশোধ। তাক বাধা দিয়াৰ আমাৰ ক্ষমতা ক'ত ?

বুৰঞ্জী মূক নহয়; চিৰ বাঙ্ময়।

## ॥ ন ॥

দিন, মাহ, বছৰ আৰু যুগ।

এয়া সময়ৰ জোখ ; মহাকালৰ সৰু বৰ পদক্ষেপ।

কেইদিনমান অস্বস্তি আৰু অশান্তিত কটোৱাৰ পিচত সকলো দুশ্চিন্তা আৰু দুৰ্ভাৱনা মনৰ পৰা জোকাৰি পেলাবলৈ মই যত্ন কৰিছিলো। পৰীক্ষালৈ বেছি দিন নাই। এই কেইদিন ভালদৰে পঢ়িব নোৱাৰিলে পাছ কৰাৰ আশা মিছা। সেইকাৰণে জোৰকৈয়ে কথাবোৰ পাহৰি যাবলৈ যত্ন কৰি কিতাপ এখন সন্মুখত মেলি লওঁ। অস্বস্তিকৰ ঘটনাটোৰ কথা পুনৰাই নাভাবিবলৈ আপ্ৰাণ চেষ্টা কৰো।

ককাইদেৱে টকা পঠিওৱা নাই। বোধহয় আৰু নপঠিয়ায়। পঠিওৱা হলে ইতিমধ্যে নিশ্চয় পালোহেঁতেন। ককাইদেউক নবৌয়ে কথাবোৰ কৈ দিছে নেকি বাৰু? কি বুলি কৈছে? কি কৈছে? খণ্ডত তেখেতে চাগে মোক গৰজি আছে। মোৰ বিষয়ে মা-দেউতাক কিবাকিবি বৰ বেয়াকৈ কৈছে। মই জাহান্নামে গৈছো। মই চৰিত্ৰহীন হৈ পৰিছো। বংশৰ নাম ডুবাম।—ইত্যাদি।

তাৰ পিচত হয়তো গুৱাহাটীলৈ আহি তেখেতে মোক কথাবোৰ সুধিব। মোৰ পৰা কৈফিয়ৎ বিচাৰিব। আৰু নহলে—

এৰা—নহলে?

মানিঅৰ্ডাৰৰ সলনি আজি-কালিৰ ভিতৰতে মই চিঠি এখন পাম। টান ভাষাৰে মোৰ চৰিত্ৰক তিৰস্কাৰ কৰি লিখা এখন চিঠি।

মই নিশ্চিত : ঘৰৰ পৰা টকা নাহে ; টকা নপঠিয়ায়। পঠিওৱা হলে ইতিমধ্যে নিশ্চয় পালোহেঁতেন। হাতত মাথোন ভঙা পইচা কেইটামানহে আছে। আজিৰ দিনটো কোনোমতে চলিব পাৰিম। কিন্তু তাৰ পিচত?

সৰু ককাইদেউও নাই। ঘৰৰ পৰা উভতি আহি মই লগ পোৱা নাই। ককাইদেউ থকা হলেও বিশেষ লাভ একো নহলহেঁতেন

কিন্তু নবৌ ইমান নিষ্ঠুৰ হব পাৰিব জানো? তেখেতেও জানে —টকা নহলে মই ইয়াত নেখাই শুকাই মৰিম।

নাই, আৰু নাভাবো। ভাবি একো লাভ নাই।

ভাবি ভাবি সমাধান কৰিব নোৱাৰা কথাবোৰ অৱশেষত আমি ভাবিবলৈ এৰি পেলাওঁ। যি হয় হব—বুলি মনক প্ৰবোধ দিওঁ. সম্ভাৱ্য দুৰ্ঘটনাৰ সৈতে মুখামুখি হবলৈ মন স্থিৰ কৰি ৰওঁ।

কিন্তু?

একো নহ'ল। ককাইদেউ নাহিল। পাম বুলি ভবা চিঠিখন নাপালো। পালো এখন মানিঅৰ্ডাৰ। কথাবোৰ তেনেহলে নবৌয়ে বোধহয় ককাইদেউক কোৱা নাই ; নকলে। কৈছিল যদিও··

নাই, ইমানবোৰ আৰু ভাবিব নোৱাৰি।

সময় নষ্ট কৰিব নোৱাৰি। যেনেকৈ হওঁক—পৰীক্ষা পছ কৰিবই লাগিব। পৰীক্ষাৰ আগতে ঘৰলৈ আৰু নাযাওঁ। যোৱাৰ প্ৰশ্ন নুঠে।

কিন্তু পৰীক্ষাৰ পিচত? পৰীক্ষাৰ পিচত ক'লৈ যাম? কি কৰিম?

এতিয়া থ'ক। সেই কথা পৰীক্ষাৰ পিচত ভাবিম।

অপেক্ষামান দিনবোৰ দীঘল। কিন্তু পাৰ হৈ যোৱা দিনবোৰ চুটি. কেনি থাগৰি যায়—গম ধৰিব নোৱাৰি।

শেষ পৰীক্ষাৰ দিনা আবেলি।

পৰীক্ষা ঘৰৰপৰা ওলাই আহি চাহ দোকান এখনত সোমাই চাহ একাপ খাম বুলি ভাবিছিলো। এটা স্বস্তিৰ নিশ্বাস বৈ আহিল। আজিৰ পৰা আৰু টোপনি ক্ষতি কৰি শেষ নিশালৈ পঢ়িব নালাগে। কেইদিনমান একেবাৰেহে শুম।

কিন্তু তাৰ পিচত ?

মই আকৌ চঞ্চল হৈ পৰিছিলো। তাৰ পিচত কি কৰিম? ক'লৈ যাম ? পৰীক্ষা শেষ হৈ যোৱাৰ পিচত গুৱাহাটীত থকাৰ আৰু প্ৰয়োজন নাই। ল'ৰা-ছোৱালীবোৰ ঘৰলৈ উভতি যাব ; কেওঁ যাব আত্মীয়-স্বজনৰ ঘৰলৈ আৰু কেন্দবোৰ যাব দিল্লী, বোম্বাই, হায়দৰাবাদ। পৰীক্ষাৰ খবৰ ওলোৱাৰ আগে আগে ঘৰলৈ ঘূৰি আহিব ; পৰীক্ষাৰ খবৰ ওলোৱা দিনটোলৈ বাট চাব। তাৰ পিচত আৰম্ভ হব এটা নতুন জীৱন। কিছুমান বিশ্ববিদ্যালয়লৈ যাব ; কিছুমানে আকৌ এইখন কলেজলৈ উভতি আহিব। আন কিছুমানে শিক্ষা জীৱন জলাঞ্জলি দি জীৱনৰ সৈতে ভেটাভেটি হবলৈ প্ৰস্তুত হব। স্কুলমাষ্টৰ, কেৰাণী, চাহ-বাগিচাৰ মেনেজাৰ, চৰকাৰী বিষয়া, ঠিকা, ব্যৱসায়ত নামি পৰিব। চোদলি-ভেদেলি হৈ পৰিব বঞ্জন, শেখৰ, ৰঞ্জন, পুলক, ৰত্না, স্বপ্না, বৰ্ণালি, বীণা আৰু বহুতো। এমুঠি ছাত্ৰ-ছাত্ৰীৰ গতানুগতিক জীৱনযাত্ৰা হৈ পৰিব বিভিন্নমুখী। বিভিন্ন সোঁতত সিহঁত উটি ভাঁহি যাব। উটি ভাঁহি যাম মই। উটি উটি গৈ জীৱনৰ কোনোবা এটা দূৰ বালিচৰত এদিন বৈ যাম।

কিন্তু সদ্যহতে মই ক'লৈ যাম ?

দিল্লী, হায়দৰাবাদলৈ যাবলৈ টকা লাগে। ঘৰৰ অৱস্থা বেয়া নহলেও দিল্লী হায়দৰাবাদলৈ যোৱাৰ কাৰণে ককাইদেউক মই টকা খুজিব নোৱাৰো।

পৰীক্ষাৰ ভাগৰ মাৰ নিয়াবলৈ কেইদিনমান হয়তো শুব পাৰিম। কিন্তু তাৰ পিচত !

তাৰ পিচত ? উত্তৰ নাই। আছে মাথোন সহস্ৰ প্ৰশ্ন।

অনিশ্চিত ভৱিষ্যতৰ সহস্ৰ প্ৰশ্নবোধক চিনাবোৰ ফেটী সাপৰ দৰে অকাই-পকাই আহি মোৰ সন্মুখত কিলবিলাই উঠিল। কোঠাটোৰ বতাহখিনি অসহ্য লাগিল। উশাহ-নিশাহ লবলৈ মোৰ কষ্ট হৈছিল অকণমান মুকলি বতাহৰ কাৰণে চট্‌ফটাই উঠিছিলো। চাহ কাপ আধা খোৱাকৈ লৰালৰিকৈ মই বাহিৰলৈ ওলাই আহিলো।

বাহিৰত তেতিয়া সূৰ্য্যাস্তৰ ৰং। ব্যস্ত নগৰীৰ ৰাজপথত হেজাৰ জনতাৰ ব্যস্ততা।

"এতিয়া কি কৰিম বুলি ভাবিছ?"

বহুদিনৰ মূৰত গুৱাহাটীলৈ ঘূৰি অহা সৰু ককাইদেৱে মোক সুধিছিল। মই প্ৰস্তুত নাছিলো। গতিকে কি উত্তৰ দিম ভাবি নাপালো। সেমেনা সেমেনিকৈ কলো: চাওঁচোন, পৰীক্ষাৰ খবৰ ওলোৱাৰ পিচত কি হয়?

"তাৰ পিচত?"

"পাছ কৰিব পাৰিলে—ক'ৰবাত কিবা এটা কৰিব লাগিব।"

"এৰা, সেইটোৱে ভাল। চাকৰি কৰিব খুজিলে—এম, এ, চেম্, এ পঢ়ি লাভ নাই।"

তাৰ পিচত আমাৰ কথা শেষ হৈছিল।

কি জানো মন গৈছিল—গাল মুখৰ দাঢ়িবোৰ হাতেৰে পিহি সন্মুখৰ আয়নাখনলৈ তেখেতে কিছু সময় একেৰাহে চাই ৰ'ল।

"দাঢ়িবোৰ বৰ দীঘল হ'ল নেকি?" নিজক কোৱাৰ দৰে তেখেতে কৈছিল। মই কোনো উত্তৰ নিদিলো।

"তোৰ নতুন ব্লেড আছে নে?" বুলি মোৰ উত্তৰলৈ অপেক্ষা নকৰি বেজৰৰ বাকচটো খুলি চেভিং ক্ৰীমটো উলিয়াই ললে। মই লৰালৰিকৈ চুটকেচৰ পৰা নতুন ব্লেড এখন উলিয়াই নাম ভঙা কাপ এটাত পানী একাপ যতনাই দিলো।

সন্মুখৰ আয়নাখনলৈ চাই চাই দাঢ়িত চাবোন সনাত সৰু

ককাইদেউ ব্যস্ত হৈ পৰিল। দাড়ি খুৰাই হয়তো আকৌ ওলাই যাব। তাৰ পিচত কেতিয়া উভতি আহে একো ঠিক নাই।

নবৌৰ কথাষাৰলৈ মনত পৰিল।

কিন্তু কি বুলি কম? কেনেকৈ কম—ভাবি নাপাই ককাইক মনে মনে ৰলো।

কেইটামান নীৰৱ মুহূৰ্ত্ত পাৰ হৈ গ'ল।

ব্লেডখন শালি লৈ ইতিমধ্যে ককাইদেৱে দাড়িত ৰেপ দিছিল। বাওঁ হাতেৰে গালখন টানি দাড়ি খুৰাবলৈ লোৱা মুখখনৰ বেকা প্ৰতিবিম্বটো মই আয়নাত দেখিছো। দাড়িবোৰ দীঘল হোৱা বাবে নতুন ব্লেডেৰে কাটিও তেখেতে আৰাম পোৱা নাছিল; যথেষ্ট কষ্ট পাইছিল। তেখেতৰ মুখৰ ভাজটো দেখিয়ে মই বুজিছিলো।

"হেৰি নহয় ককাইদেউ......।" সেপ ঢুকি কোৱা কথাষাৰ মই শেষকৈ কব নোৱাৰিলো। আধা কোৱা কৈ বৈ গলো।

ককাইদেৱে মূৰটো ঘূৰাই মোলৈ চালে। সোঁ হাতত ৰেজৰ। গালখন টানি ধৰা অৱস্থাতে বাওঁ হাতখন বৈ আছে।

"কি হ'ল? মনে মনে ৰ'লি দেখোন।"

"বিয়াখন—মানে—আপোনাক নবৌয়ে ...।"

"বিয়া? কাৰ? অ' বুইছো। নবৌয়ে তোক কিবা কৈছিল হবলা।" পল্দোৱাকৈ চোৱা ককাইদেউৰ চকুহাল দেখি মোৰ ভয় লাগিল।

ককাইদেউ তেনেহলে ঘৰলৈ গৈছিল নেকি?

নহলে নবৌয়ে বিয়াৰ কথা কোৱা বুলি তেখেতে কেনেকৈ জানিব?

অকল বিয়াৰ কথাই কৈছিল নে আৰু কিবা কৈছিল? সিদিনা ৰাতিৰ সেই ছুৰ্ব্বল মুহূৰ্ত্তটোৰ কথাটোও কৈ দিছে নেকি বাৰু?

মোৰ বুকুখন চিৰিকৈ উঠিল।

ককাইদেউৰ চকুলৈ চোৱাৰ মোৰ সাহস নহল। আৱালবিকৈ

অনুভৱ কৰিলো। ইচ্ছা হৈছিল: ককাইদেউৰ সন্মুখৰ পৰা মই যেন আঁতৰি পলাম।

কিন্তু নোৱাৰিলো। তেনেদৰে আঁতৰি অহাটো অশোভনীয়। বাধ্য হৈ একেদৰেই থিয় হৈ ৰ'লো।

নীৰৱতা ভাঙি ভাঁহি অহা কাউৰী এজনীৰ মাত আৰু দাঢ়ি কটাৰ চেৰ চেৰণি শব্দ এটা কাণত পৰিল।

তাৰ পিচত কোনোবা এটা মুহূৰ্ত্তত ককাইদেউৰ ওচৰৰ পৰা আঁতৰি আহি বাৰাণ্ডাত থিয় হৈছিলোহি।

বাহিৰৰ ৰ'দজাক চোকা। কথা পাতি পাতি দুজন মানুহ মোৰ সন্মুখৰ গলিটোৰে পাৰ হৈ গ'ল। ধুতি পাঞ্জাবী পিন্ধা ভদ্ৰলোকজনৰ ঘামত তিতি যোৱা পাঞ্জাবীটোৰ তলেৰে হাতকটা বনিয়নটোৰ ব'ডাৰ দুটা চকুত লগাকৈ জিলিকি পাৰিছে।

আঁতৰি যোৱা ভদ্ৰলোক দুজনলৈ মই উদ্দেশ্যহীনভাৱে চাই ৰলো।

"পৰাশ।"

"গৈছো ককাইদেউ।"

ককাইদেউৰ মাতত ভিতৰলৈ সোমাই গলো। কিন্তু ভৰি দুখন যেন বৰ দুৰ্ব্বল হৈ পৰিছিল। ভিতৰলৈ সোমাই যোৱাৰ শক্তি-কণো মোৰ নাই।

ককাইদেৱে মোক কিয় মাতিছে আৰু কি সুধিব—মই জানো? কিন্তু কি উত্তৰ দিম—ভাবি পোৱা নাছিলো। কিবা এটা অজানিত আশঙ্কাত মোৰ বুকুখন দুক-দুককৈ কঁপি উঠিল।

"চাহ এপিয়লা খাই পৰা হলে বেয়া নাছিল অ'। গাখীৰ আছে নে? চেনি?"

ৰক্ষা! তুমি আছা ভগৱান।

উশাহ এটা লৈ ভগৱানক ধন্যবাদ দিলো। তাৰ পিচত লৰা-লৰিকৈ সুধিলো: ভাত নাখায় নেকি?

"ভাত ? মোলৈ হব জানো ?"

"ও—হব। আপুনি আহিব বুলি এনেয়ে ভাৱ এটা হৈছিল। সেই কাৰণে দুজনৰ কাৰণে……।"

"তেনেহলে ভাতকে খাম। চাহ আৰু নালাগে।"

গামোছাখন হাতত লৈ চেণ্ডেলজোৰ চোঁচোৰাই চোঁচোৰাই তেখেত গা-ধোৱা ঘৰলৈ আঁতৰি গ'ল। মনটো পাতল পাতল লাগিল। সহজ হবলৈ যত্ন কৰি সুহুৰিয়াই সুহুৰিয়াই পাগ ঘৰলৈ সোমাই গলো।

আচলতে ককাইদেউৰ কাৰণে ভাত ৰন্ধা নাছিলো। ৰান্ধিছিলো মোৰ কাৰণেহে। চাৰি পাঁচ মাহ তেখেত গুৱাহাটীত নায়েই; আৰু কেতিয়া আহি ওলাবহি তাৰো কোনো নিশ্চয়তা নাই। গতিকে তেনে এটা অনিশ্চয়তাত তেখেতৰ কাৰণে ভাত ৰন্ধাৰ প্ৰশ্ন নুঠে। কিন্তু দুজনৰ জোখাৰে ভাত তৰকাৰী ৰন্ধা কথাষাৰ মিছা নহয়। পুৱা গধুলি দু'বেলা ৰান্ধি বাঢ়ি খাবলৈ আমনি লাগিছিল। সেই কাৰণে ৰাতিৰ কাৰণেও একেবাৰতেই ৰান্ধি থওঁ।

ভাত পানী খোৱাৰ পিচত ককাইদেৱে মোক ওচৰলৈ মাতি নি কৈছিল: এটা কথা অ' পৰাশ।

"কওঁক।" বুলি মই তেখেতৰ মুখলৈ চাই ৰলো।

"এম, এ পঢ়াৰ ইচ্ছা তোৰ সঁচাকৈয়ে নাই নেকি ?"

"চিট আৰু চাবজেক্ট লৈ বহুতো আহুকাল। সিমানবোৰ জঞ্জালৰ মাজত সোমাবলৈ মোৰ ইচ্ছা নাই।"

"তেন্তে কি কৰিব খুজিছ ? চাকৰি ?"

"ও।"

"কি চাকৰি কৰিবি ?"

কি চাকৰি কৰিম—আগতীয়াকৈ কোৱা টান। ক'ত চাকৰি পাওঁ, কি চাকৰি পাম মই কেনেকৈ কওঁ ? চাকৰি পামেই যে তাৰো

কোনো নিশ্চয়তা নাই। গতিকে অকণমান সময় বৈ কলো: চাওঁচোন ক'ত কি চাকৰি পাওঁ।

"চাকৰি যেতিয়া কৰিবিয়েই—তেন্তে তোৰ বিয়াখনকে আগতে পতা যাওঁক। তোৰ বিয়াখনৰহে প্ৰয়োজন বেছি।"

ককাইদেউৰ কথাষাৰত মই আকৌ থত্‌মত্‌ খাই গলো। নবৌয়ে তেনেহ'লে কৈছে নেকি: মোৰ চৰিত্ৰৰ স্খলন হৈছে। মোক বিয়া কৰাই দিয়া উচিত। নহলে বৰুৱা বংশৰ সুনাম নষ্ট হব।

সন্দেহ আৰু সাপৰ বিষ একে; কোনো পাৰ্থক্য নাই।

লাজত কাণ দুখন মোৰ গৰম হৈ পৰিল।

"ঘৰখনত বিয়া এখনৰ খুউব প্ৰয়োজন। বিশেষকৈ নবৌৰ কাৰণে। এজনী খোৱাৰীৰ—বোৱাৰী জীৱনৰ নিৰাপত্তাৰ কাৰণে অতি সোনকালে আমি আৰু এজনী বোৱাৰী আনিব লাগিব। কিন্তু এজনী বোৱাৰীৰ কাৰণে আন এজনী নিৰ্দ্দোষী ছোৱালীৰ ভৱিষ্যৎ ধ্বংস কৰাৰ মই পক্ষপাতী নহয়।"

ককাইদেউৰ কথাষাৰ ভাল দৰে বুজি পোৱা নাছিলো যদিও মোৰ মনৰ থু-তুৰনি কিছু পৰিমাণে দূৰ হৈছিল।

"মই বুজা নাই ককাইদেউ।" বৰ সাহস কৈ সুধিলো।

"মই বিয়া কৰালে সেইটোয়ে হব গৈ। অথচ মা-দেউতাই বিচাৰে আমাৰ ঘৰলৈ আৰু এজনী বোৱাৰী আহক। দেউতাৰ ধাৰণা: তেখেতৰ পাপৰ কাৰণেই হেনো নবৌ আজিও সন্তানৰ মাতৃ হব পৰা নাই। সেই বদ্ধমূল ধাৰণাটো দেউতাৰ মনত কেনেকৈ সোমাল আৰু কোনে সুমুৱাই দিলে—মই নাজানো। অন্ধ বিশ্বাসে মানুহক দুৰ্ব্বল কৰে।

"আপোনাৰ বিয়াখন সেই কাৰণেই সোনকালে পতাৰ কাৰণে...।"

"অসম্ভৱ। মোৰ বহুত কাম। কেইবছৰমানলৈকে মোক ৰেহাই দে গতিকে তোৰ বিয়াখন আগতে হৈ যাওঁক।"

লাজ্জত মই তলমূৰ কৰি বলো।

ককাইদেউ অকণমান সময় মনে মনে ৰ'ল। মোৰ মৌনতাৰ কাৰণে তেখেতে হয়তো ভাবিছিল: তেখেতৰ কথাত মই সন্মতি দিছো। বিয়া কৰোৱাত মোৰ কোনো আপত্তি নাই। সেই কাৰণেই হবলা মই যাতে পুনৰাই মত সলনি নকৰো তাৰ বাবে জীৱনৰ লক্ষ্য, আদৰ্শ, বৰ্ত্তমানৰ যুৱ-শক্তি, দেশ আৰু দেশৰ ভৱিষ্যত সম্পৰ্কে তেখেতে এটা দীঘলীয়া বক্তৃতা দিলে। ককাইদেৱে এতিয়া কিয় বিয়া কৰাব নোৱাৰে—সেই বিষয়ে যুক্তি আগবঢ়ালে।

প্ৰতিবাদ জনাবলৈ মই সুযোগ বিচাৰি আছিলো। মাজতে এবাৰ সুৰুঙা পাই কলো: মই সকলো বুজিছো ককাইদেউ, যুৱ-শক্তি সংগঠনৰ প্ৰয়োজন আছে। দেশৰ প্ৰগতিৰ কাৰণে যুৱ-শক্তিক আমি আহ্বান জনাব লাগিব সঁচা। তাৰ কাৰণে যুৱক-যুৱতী সকলৰ মাজত সংগঠনৰ প্ৰয়োজন—সেই কথা ময়ো স্বীকাৰ কৰিছো। কিন্তু যুৱ-শক্তি সংগঠনৰ কাৰণেই যদি বিয়া কৰাবলৈ আপোনাৰ সময় নহয়—তেন্তে আমাৰ ঘৰৰপৰা চিৰ দিনৰ কাৰণে নবৌ আঁতৰি যাবলৈ বাধ্য হব।

"কেলেই?"

"আপুনি বিয়া নকৰালে ডাঙৰ ককাইদেৱে আকৌ এজনী বিয়া কৰাবই লাগিব। নহলে মা-দেউতাক বুজাব নোৱাৰিব।"

"তই বিয়া কৰাবি নহয়?"

"অসম্ভৱ। সেয়া কোনোমতেই হব নোৱাৰে।"

মোৰ কথাষাৰ শুনি ককাইদেউ থতমত খাই পৰিল। মোৰ প্ৰতিবাদৰ সুৰটো বৰ তীব্ৰ হৈছিল নেকি নাজানো; কিয়নো সেই বিষয়ে তেখেতে মোক পুনৰ অনুৰোধ কৰা নাছিল। খিৰিকিৰে বাহিৰলৈ চাই নীৰৱ হৈ ৰ'ল।

এটা ছুটাকৈ বাগৰি যোৱা মৌন মুহূৰ্ত্তবোৰত মোৰ আমনি লাগিছিল। মই আঁতৰি আহিছিলো।

কেইদিনমান পিচত।

মই জয়ী হোৱা বুলি হাঁহিছিলো; আৰু মোৰ মূঢ়তা দেখি কুটিল হাঁহি হাঁহিছিল নিয়তিয়ে।

সময়ৰ প্ৰতিশোধ আমি মূৰ পাতি লবই লাগিব। বাধা দিয়াৰ ক্ষমতা আমাৰ নাই।

ভাবিছিলো: আনন্দত নবৌ উৎফুলিত হৈ পৰিব। চিঠিখন পোৱাৰ পিচত সকলো খং ৰাগ পাহৰি মোক ঘৰলৈ মাতি পঠিয়াব। লাজ-লাজকৈ মই আকৌ ঘৰলৈ উভতি যাম। নবৌৰ ওচৰত থিয় হম। তাৰ পিচত লাহে লাহে এদিন আমি আকৌ আগৰ দৰে সহজ হৈ পৰিম। বিজয়ৰ গৰ্ব্বৰে হাঁহি হাঁহি কম: সৰু ককাইদেউক ঘৰৰ কেৰে সন্মত কৰাব নোৱাৰিলে। মই বুজাই নেকোৱা হলে তেখেত ইমান সহজে মান্তি নহলহেঁতেন।

আশা, আশা আৰু আশা।

কিন্তু আশা বৰ ছলনাময়ী। সেই আশাই কেতিয়াবা আমাক বৰ বেয়াকৈ প্ৰতাৰণা কৰে।

এদিন দুদিনকৈ এমাহ পাৰ হৈ গ'ল। তাৰ পিচত আৰু এমাহ।

কিন্তু পাম পাম বুলি আশা কৰা চিঠিখন নাপালো; নাহিল। নবৌ নীৰৱ। মোৰ চিঠিখন নবৌয়ে যে পাইছিল—সেই বিষয়ে মই নিঃসন্দেহ। ডাঙৰ ককাইদেউৰ পৰা পোৱা চিঠিৰ পৰাই সেই কথাৰ গম পাইছিলো।

পৰীক্ষাৰ খবৰ ওলোৱাৰ পিচত কিবা এটা কৰিম বুলি বৈ থাকো ত এদিন খবৰ ওলাইছিল। তাৰ পিচতো বহুদিন পাৰ হৈ গ'ল। চাকৰি বিচাৰি হাবাথুৰি খাই অৱশেষত হতাশ হৈ পৰিলো। চাকৰি বিচাৰিব পাৰি; চাকৰি কৰা সহজ। কিন্তু পোৱা টান।

দিনক দিনে মোৰ ত্ৰিশঙ্কুৰ অৱস্থা হৈ পৰিল। চাকৰি পোৱা নাই। ঘৰলৈও যাব নোৱাৰো। সৰু ককাইদেউ গুৱাহাটীত নাথাকেই। ঘৰলৈ টকা খুজি চিঠি লিখিবলৈও মোৰ ভাল লগা

নাছিল। হাতত পইচা নহলে চহৰত এদিনো চলিব নোৱাৰি। সেইবাবে যি কোনো চাকৰি এটাৰ কাৰণে মই ব্যস্ত হৈ পৰিছিলো।

বন্ধু-বান্ধৱবোৰক চাকৰিৰ কথা কলে হাঁহি হাঁহি উকুৱাই দিয়েঃ তোক আকৌ চাকৰি কেলেই? তোৰ দৰে জমিদাৰৰ ল'ৰাই চাকৰি কৰিব খোজাটোও লাজৰ কথা। খাই বৈ স্ফুৰ্ত্তি কৰ; মজা লুট।

নন্‌চেঞ্চ।

মোৰ খং উঠি যায়। আত্মনির্ভৰ হব খোজাটো লাজৰ কথা? য'ত সব এলেহুৱাৰ দল, বুৰ্ব্বক ক'ৰবাৰ। সৰু ককাইদেৱে ঠিকেই কৈছিলঃ আমাৰ যুৱ-শক্তিবোৰ অনাহকত নষ্ট হৈছে। উপযুক্ত-ভাৱে নিয়োজিত আৰু চালিত হোৱা নাই। সেই কাৰণেই যুৱ-শক্তিৰ সংগঠন প্ৰয়োজন।

অৱশেষত চাকৰি এটা পাইছিলো। পাইছিলো মানে—এজনে অনুগ্ৰহ কৰি সুমুৱাই দিছিল। সৰু চাকৰি; কিন্তু দৰ্ম্মহা সৰহ। আচলতে দৰ্ম্মহা সৰহ নহয়; মই পোৱা টকাৰ সংখ্যাটো সৰহ। থিতাপি লাগি একেঠাইত বহি চাকৰি কৰাৰ সুবিধা নাই। অ'ত ত'ত ঘূৰি ফুৰিব লাগে। ফাৰ্ম্ম এখনৰ চাকৰি। শাখা প্ৰতিষ্ঠানবোৰৰ হিচাব-পত্ৰবোৰ চাব লাগে। অৱশ্যে চৰকাৰী চাকৰিৰ দৰে সা-সুবিধা নাই। সিমানবোৰ বিচাৰ কৰিবলৈ মোৰ ধৈৰ্য্যও নাছিল। পৰীক্ষা পাছ কৰি নিৰনুৱা হৈ বহি আছো। ককাইদেৱে ঘৰৰ পৰা টকা নপঠিয়ালে চলিব নোৱাৰো। তেনে অৱস্থাত চাকৰি পোৱাটোয়ে ভাগ্যৰ কথা বুলি ভাবিছিলো। চৰকাৰী চাকৰিৰ বাবে অনিশ্চিত সময়লৈ অপেক্ষা কৰাৰ উপায় নাছিল।

চৰকাৰী চাকৰিত আজৰি সৰহ; দৰ্ম্মহা কম। কিন্তু ফাৰ্ম্মৰ চাকৰিত আজৰি কম—খাটনি বেছি। পৰিশ্ৰম বেছি হলেও মোৰ বেয়া লগা নাছিল। চৰকাৰী সৰু চাকৰিতকৈ ফাৰ্ম্মৰ চাকৰি বহুত ভাল। আত্মমৰ্য্যাদা আছে; যথেষ্ট স্বাধীনতা পোৱা যায়। ব্যৱসায় শিকিব পাৰি।

চাকৰি পোৱা দিনটোৰ কথা মনত আছে। কিন্তু তাৰ পিচত ডেড়টা বছৰ কেনেদৰে পাৰ হৈ গৈছিল গমেই নাপালো। নতুন চাকৰিৰ মোহ, চাকৰিৰ অভিজ্ঞতা আৰু কৰ্ম্মব্যস্ততাত ইমান দিনে ঘৰৰ কথা পাহৰি আছিলো। মা-দেউতা, নবৌ, পাহি আৰু মাহীহঁতলৈ কেতিয়াবা মনত পৰে ; কিন্তু পিচ মুহূৰ্ত্ততে পাহৰি যাওঁ। এখন চহৰৰ পৰা আন এখন চহৰলৈ যাওঁ। ন-ন মানুহৰ লগত চিনাকি হওঁ। পাহিহঁতৰ কথা মনত পৰিলে তেতিয়া লাজ লাগে। ডেকা বয়সৰ চপলতাৰ বাবে নিজৰ গালতে চৰিয়াবলৈ মন যায়।

সৰু ককাইদেউৰ হবলগীয়া বিয়াখনৰ কি হ'ল—একো গম পোৱা নাছিলো। ককাইদেৱে মত সলনি কৰিছিল নে আন কিবা কাৰণত বিয়াখন হোৱা নাছিল—কব নোৱাৰো। ঘৰৰ সৈতে মোৰ সংযোগ প্ৰায় হেৰাই গৈছিল।

তাৰ পিচত হঠাতে কমলক এদিন লগ পাই ঘৰখনৰ বিষয়ে বহু কথাই মই ভাবিবলৈ বাধ্য হৈছিলো। দেউতাৰ প্ৰতি মোৰ সকলো ধাৰণা ওলট-পালট হৈ গ'ল। মনটো সেমেকি উঠিল। যৌৱনৰ দুৰ্দ্দান্ত মনবোৰ বাৰ্দ্ধক্যৰ হেঁচাই কেনেদৰে পঙ্গু কৰি পেলায়—সেই কথা ভাবি মই আচৰিত হৈ গৈছিলো।

বয়সে জ্ঞান বঢ়ায় ; বাৰ্দ্ধক্যই ভক্তি-ভাৱ বৃদ্ধি কৰে।

কিন্তু দেউতাৰ ক্ষেত্ৰত কোনটো সঁচা ? জ্ঞান-বৃদ্ধি, ধৰ্ম্মৰ প্ৰতি ভক্তি নে বাৰ্দ্ধক্যৰ জড়তাই অসহায় কৰি তোলা পঙ্গু মন ?

অখণ্ড প্ৰতাপী দেউতাই তাহানি মোৰ সহপাঠীবোৰৰ কাৰোবাক চিনি পাইছিল বুলি মোৰ ধাৰণাই নাছিল। কিন্তু চিনি পাইছিল। গাঁৱৰ স্কুলৰ মাইনৰ শ্ৰেণীত একেলগে পঢ়া কমলক কেনেদৰে চিনি পাইছিল—নাজানো। মোৰ সহপাঠী এজনৰ ওচৰত বৰ্ণোৱা সেই কাহিনীটো সকলোকে হেয় জ্ঞান আৰু তুচ্ছ-তাচ্ছিল্য কৰা দেউতাৰ ভুলৰ স্বীকাৰোক্তি নে মনৰ বিকৃতি-বুজিবলৈ মোৰ টান লাগিছিল। দেউতাই ভৱিষ্যত জানিছিল নেকি কব নোৱাৰো। আৰু সেয়া যদি

অনাগত ভৱিষ্যতৰ ইঙ্গিত—তেন্তে সেই কথাত পতিয়ন যাবলৈ মই প্ৰস্তুত নহয়।

"জীৱনত মহাপাপ কৰিছিলো" বুলি অনুতাপ কৰা কথাষাৰ মই দেউতাৰ মুখতেই শুনিছিলো। সৰু ককাইদেৱেও সেই কথাষাৰ এদিন উল্লেখ কৰিছিল। কিন্তু কি মহাপাপ কৰিছিল—সেই কথা তেতিয়া জনা নাছিলো। নবৌক সুধিব খুজিছিলো যদিও সোধা নহ'ল। সুধিবলৈ সুযোগ নাপালো। আৰু সেইদিনাখন ৰাতিয়েই ঘটিছিল এটা লাজ-লগা কাহিনী।

দেউতাই কৰা মহাপাপৰ কাহিনীটো সৰু ককাইদেৱে জানিছিল নে নাই—নাজানো। কিন্তু কমলে জানিছিল।

এটা সৰু ঘটনা। কিন্তু তাৰ পৰিণতি ইমান সুদূৰ প্ৰসাৰী হব বুলি দেউতায়ো হয়তো তেতিয়া ভাবিব পৰা নাছিল চাগে।

গাঁৱৰ স্কুলৰপৰা চহৰলৈ যোৱাৰ প্ৰায় এযুগ পিচত।

ৰহস্যগ্ৰন্থী এটা খোল খাই পৰিছিল।

হেড্‌মাষ্টৰ চৌধৰী চাৰৰ কথা মই পাহৰি গৈছিলো। মনত ৰখাৰ প্ৰয়োজনো হোৱা নাছিল। কিন্তু সেইজন চৌধুৰী চাৰেই এদিন দেউতাৰ মানসিক অশান্তিৰ কাৰণ হৈ পৰিব বুলি মই ভাবিব পৰা নাছিলো। অনুতাপত দেউতা দগ্ধ, অস্থিৰ; অনুশোচনাত জৰ্জ্জৰিত।

নির্দোষ হলেও কিছুমান কথা যাকে তাকে কব নোৱাৰি; কোৱা নাযায়। বয়সৰ ব্যৱধানে অন্তৰায় জন্মায়। বিশেষকৈ পুত্ৰ-বন্ধু এজনৰ ওচৰত নিজৰ জীৱনৰ লাজ-লগা ভুল এটা স্বীকাৰ কৰিবলৈ কোনো পিতৃ প্ৰস্তুত নহয়। তদুপৰি দেউতাৰ দৰে আত্মাভিমানী পিতৃ এজনৰ কাৰণে সেয়া অসম্ভৱ। কিন্তু অসম্ভৱেই কেতিয়াবা কেতিয়াবা সম্ভৱ হৈ পৰে। দেউতাৰ ক্ষেত্ৰতো সেয়ে হৈছিল। অনুতাপৰ তীব্ৰ জ্বালাত জৰ্জ্জৰিত নোহোৱা হলে দেউতাই তেনেদৰে কমলক কেতিয়াও নকলেহেঁতেন কিজানি। ক্ষমা বিচাৰিবলৈ চৌধুৰী চাৰৰ সন্ধান নললেহেঁতেন।

দেউতাই কথাবোৰ কমলক কৈছিল; আৰু কমলে কৈছিল মোক। কথাবোৰ শুনি মই স্তব্ধ হৈ গৈছিলো; বিশ্বাস কৰিবলৈ টান পাইছিলো। কিন্তু অবিশ্বাস কৰাৰ উপায় নাছিল। বাৰে বাৰে মনত পৰিছিল চৌধুৰী চাৰে কোৱা এষাৰ কথা: মই কিয় চাকৰি ইস্তাফা দিব খুজিছো—তুমি নুবুজিবা পৰাশ। সেইবোৰ বহুত কথা। তুমি সৰু ল'ৰা।

এৰা, তেতিয়া মই সৰু ল'ৰাই আছিলো; জীৱন-যৌৱনক বুজি নোপোৱা এজন স্কুলীয়া ছাত্ৰ। চাকৰি ইস্তাফা দিয়াৰ আচল কাৰণটো চাৰে সিদিনা কোৱা হলেও মই কিজানি বুজি নাপালোহেঁতেন।

যৌৱন সুন্দৰ; জীৱনৰ শ্ৰেষ্ঠ সম্পদ। কিন্তু সম্পদেও কেতিয়াবা আপদ মাতে; বিপদ ঘটায়। যৌৱনৰ কলঙ্কই বহুতৰে জীৱন ধ্বংস কৰি পেলায়।

চৌধুৰী চাৰ এতিয়া ক'ত—দেউতাই নাজানে। ময়ো নাজানো। ভৰপুৰ যৌৱন আৰু সুন্দৰ দেহশ্ৰীৰ কাৰণেই যে চাৰে মিচা কলঙ্কৰ বোজা এটা মূৰ পাতি লৈ স্কুলৰ চাকৰি ইস্তাফা দি আঁতৰি যাব লগা হৈছিল সেই কথা মই সিদিনা বুজি পোৱা নাছিলো। দেউতাৰ স্বীকাৰোক্তিৰ বিষয়ে কমলে নোকোৱা হলে হয়তো কোনোদিনেই নাজানিলোহেঁতেন কিজানি।

কথাবোৰ শুনি মোৰ বৰ বেয়া লাগিছিল। নিজকে অপৰাধী অপৰাধী যেন অনুভৱ হৈছিল। বেয়া লাগিছিল দেউতাৰ কাৰণে, বেয়া লাগিছিল চৌধুৰী চাৰৰ কাৰণে। পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰাটোয়ে মোৰ দোষ। মোৰ কাৰণেই চৌধুৰী চাৰৰ সৈতে দেউতাৰ খকা-খুন্দা লাগিছিল। পৰিণামত দেউতা আজি অনুতপ্ত. চৌধুৰী চাৰ আৰু এজনী নিষ্পাপ যুৱতী কলঙ্কিতা।

এখন নাটকৰ অদৃশ্য নায়ক আছিলো মই। আৰু তেনেকৈয়ে আৰম্ভ হৈছিল এটা নাটকীয় কাহিনীৰ সূত্ৰপাত।

গাঁৱৰ স্কুল। খেল পথাৰ আৰু ছাত্ৰাবাসৰ সুবিধা নাই।

ছাত্ৰাবাসৰ প্ৰয়োজনো নাছিল। কিন্তু আঁতৰৰ পৰা শিক্ষকতা কৰিবলৈ অহা শিক্ষক আৰু মালি, চকিদাৰ আদিৰ কাৰণে বাস ভৱনৰ প্ৰয়োজন।

স্কুলখনৰ ওচৰতে আছিল এখন বহল পথাৰ, ওখ। খেতি বাতি নহয়—বাম ঠাই। শিক্ষক আৰু মালি, চকিদাৰৰ বাস ভৱনৰ লগতে ছাত্ৰাবাস এটাৰ প্ৰয়োজন অনুভৱ কৰা চৌধুৰী চাৰে সেই পথাৰখন কিনি লোৱাৰ কথা ভাবিছিল। সেই সংক্ৰান্তত মাটিৰ গৰাকী জয়ৰাম মহাজনৰ ওচৰলৈ যাওঁতে তেখেতে লগ পাইছিল এজনী বুঢ়ী। অসহায় বুঢ়ী গৰাকীয়ে চকুপানী টুকি মহাজনক মিনতি কৰি কৈছিল : তই কিবা এটা কৰ বোপাই, নহলে পোনাকণ আৰু নাবাচে ছোৱালীজনী পাগলী হৈ যাব। তোৰ ধৰম হব।

কিন্তু চকু পানী দেখি শিল নপমে। জয়ৰাম মহাজন অলৰ অচৰ। তেওঁ কোনো সহায় কৰিব নোৱাৰে। ভেটীৰ মাটি বন্ধকী লৈ ৰূপ একুৰি ধাৰলৈ দিবলৈ মহাজন অনিচ্ছুক।

চৌধুৰী চাৰে বৃদ্ধা গৰাকীক চিনি নাপায়। কিন্তু বুজিছিল : বেচেৰী অসহায়। ঘৰত কাৰোবাৰ অসুখ। চিকিৎসাৰ বাবে টকা লাগে। মাথোঁন বুজি পোৱা নাছিল—ছোৱালীজনী পাগলী হৈ যাব বুলি বৃদ্ধা গৰাকীয়ে কাৰ কথা উল্লেখ কৰিছিল। ছোৱালীজনী মানে হয়তো পোনাকণৰ মাক—বুঢ়ীৰ জীয়েক অথবা বোৱাৰীয়েক।

চৌধুৰী চাৰৰ সহ্য নহ'ল। অতুৰজনৰ সেৱাই মানৱৰ প্ৰকৃত ধৰ্ম্ম বুলি ভবা চাৰে উপযাচি বৃদ্ধা গৰাকীৰ সৈতে চিনাকি হৈছিল। বিপদৰ খবৰ লৈছিল। অনাহুতভাৱে পোনাকণক চাবলৈ গৈছিল।

তেনেকৈয়ে আৰম্ভ হৈছিল এটা মুখৰোচক কাহিনী।

একমাত্ৰ জীয়েক চম্পাৰ বাহিৰে সংসাৰত আপোন বুলিবলৈ বুঢ়ী গৰাকীৰ কোনো নাই। যুৱতী বিধৱা চম্পা শুৱনি—ৰূপহী। দেহত কেঁচা যৌৱন।

স্বামী আৰু তিনিটা ল'ৰা-ছোৱালীৰে ভৰা চম্পাৰ মাকৰ দেহলৈ তেতিয়াও বাৰ্দ্ধক্য অহা নাছিল। দেহত ভৰ যৌৱনৰ অত্যাচাৰ। চকুত মাদকতা; মুখত হাঁহি। মনৰ মাজত হেজাৰ আশাৰ অযুত সপোন।

কিন্তু হঠাতে চম্পাৰ মাক এদিন গম্ভীৰ হৈ পৰিল। মুখত হাঁহি হেৰাই গ'ল। ভৰপুৰ ঘৰখন নিমাও মাও হৈ পৰিল। স্বামী আৰু দুয়োটা চেমনীয়া পুতেকে মাকক অকলশৰীয়াকৈ এৰি কোনোবা দূৰ-দূৰাণলৈ আঁতৰি গ'ল। মহামাৰীৰ অভিশাপত চম্পাৰ মাক নিঠৰুৱা হৈ পৰিল। হেৰাই গ'ল দেহৰ ৰূপ, ৰং আৰু যৌৱন। খুপি খুপি আগবাঢ়ি আহিল বাৰ্দ্ধক্যৰ জড়তা।

চম্পা তেতিয়া সাত বছৰীয়া শিশু।

তাৰ পিচতো দিন গ'ল, মাহ গ'ল; বছৰ বাগৰিল। সাত বছৰীয়া চম্পা এদিন কণকচম্পা হৈ মন-ফাগুনৰ বতাহত যৌৱনৰ সুৰভি বিলাবলৈ উচ্‌পিচাই উঠিল।

আৰু চম্পাৰ মাক?

ৰেচেৰী সন্ত্ৰস্তা হৈ উঠিল। এয়াতো যৌৱন নহয়—জুইৰ শিখা। ৰূপ নহয়—জ্বলন্ত আঙঠা। সেই কুৰা জুইক বোৱাৰী কৰি নিবলৈ বহুতো পিতৃ আগবাঢ়ি আহিল। পত্নীৰূপে পাবলৈ বহুতো ডেকাই আশা কৰি ৰ'ল।

তাৰ পিচত বহাগৰ কোনোবা এটা দিনত চম্পাৰ বিয়া হৈ গ'ল। জী-জোঁৱাইক হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দি চম্পাৰ মাকে স্বস্তিৰ উশাহ ললে।

সেয়া পাঁচ বছৰ আগৰ কথা।

অপেক্ষমান দিনবোৰ গৈ নাহে; নেযায়—নুপুৰায় যেন লাগে। কিন্তু পাৰ হৈ যোৱা দিনবোৰ কেনি সৰকি যায় গমেই নাপায়। ন-কইনাৰ গাৰ হালধীৰ ৰং ষাওঁ নোযাওঁতেই এটা বছৰ কেতিয়া পাৰ হৈ গৈছিল চম্পাই গম পোৱা নাছিল। গম পোৱা নাছিল

চম্পাৰ মাকে। চম্পাৰ কোচলৈ নতুন অথিতি এজন অহাৰ আগ জাননী পাইছে এবছৰ আগৰ সেই দিনটোলৈ সুৰঁৰি চাইছিল।

লাজত ৰঙা পৰি যোৱা চম্পাৰ মনত এটা নজনা শিহঁৰণ। মাকজনীৰ মনত নতুন আশা, হেজাৰ স্বপ্নৰ অযুত ৰং।

কিন্তু মানুহে পাঙে ; ঈশ্বৰে ভাঙে।

চম্পাৰ কোলালৈ নতুন আলহীজন অহাৰ কেইমাহমান পিচতেই সিহঁতৰ জীৱনলৈ নামি আহিল দুৰ্যোগ। এজন আহিল ; আন এজন হেৰাই গ'ল। কপালৰ সেন্দুৰ মচি চম্পা আকৌ মাকৰ ওচৰলৈ উভতি আহিল ; কোলাত এটা ছমহীয়া কেঁচুৱা।

তথাপি আশাৰ শেষ নাই। পোনাকণৰ মুখলৈ চাই চম্পা আৰু চম্পাৰ মাকে সকলো শোক বেজাৰ পাহৰি যাব খুজিছিল।

কিন্তু নিয়তি বৰ নিষ্ঠুৰ।

মাক আৰু আইতাকৰ বুকু শুদা কৰি পোনাকণক কাঢ়ি নিবলৈ আগবাঢ়ি আহিল নিয়তি। সান্নিপাত জ্বৰত পোণাকণ অচেতন। দুজনী অসহায় নাৰী অস্থিৰ হৈ পৰিল, চঞ্চল হৈ উঠিল। পোনাকণৰ চিকিৎসাৰ বাবে ৰূপ একুৰি বিচাৰি হাবাথুৰি খাই অৱশেষত চম্পাৰ মাক জয়ৰাম মহাজনৰ ওচৰ পালেগৈ। ভেটীৰ মাটি ডৰাকে বন্ধকীত দিব খুজিছিল।

কিন্তু জয়ৰাম মহাজনৰ হিয়া নুকুমলিল। কুমলিল চৌধুৰী চাৰৰ অন্তৰ। পোনাকণৰ চিকিৎসাৰ কাৰণে চৌধুৰী চাৰ চহৰৰ ডাক্তৰৰ ওচৰলৈ লৰি গ'ল।

দৰৱ, পথ্য আৰু শুশ্ৰূষাৰ বিনিময়ত চম্পা আৰু চম্পাৰ মাকে ওভতাই পালে হেৰাই যাব খোজা পোনাকণৰ নতুন জীৱন। চম্পাৰ মুখলৈ হাঁহি ফিৰি আহিল।

আৰু চম্পাৰ মাক ?

কৃতজ্ঞতাত বেচেৰী মুক হৈ পৰিল। চলচলীয়া চাৱনিৰে চাবলৈ চাই ৰ'ল। ভাৱ : তুমি মানুহ নোহোৱা—দেৱতা, নৰ-নাৰায়ণ।

এবা, যাৰ কোনো নাই—ভগৱান তাৰ সহায়।

কিন্তু ফেটী সাপে কঁকালৰ কোব নাপাহৰে।

সেও মনিব নোখোজা চৌধুৰী চাৰক এশিকনি দিবলৈ দেউতাই সুযোগ বিচাৰি ফুৰিছিল। দেউতায়ো জানিছিল: চৌধুৰী চাৰ নিষ্কলুষ; চম্পা নিষ্পাপ। কিন্তু ক্ষমতাৰ লোভে মানুহক পশু কৰি তোলে; ঈৰ্ষাই কৰে অন্ধ। অপমানৰ জ্বালাত দেই পুৰি মৰা অভিমানী দেউতা হিংস্ৰ শ্বাপদৰ দৰে চাৰৰ প্ৰতি তেতিয়া নিষ্ঠুৰ হৈ পৰিছিল।

অৱশেষত চম্পা আৰু চৌধুৰী চাৰ ৰাতিৰ ভিতৰতে কাহিনী হৈ পৰিল। ধুমুহাৰ গতিৰে প্ৰচাৰিত হ'ল—এহাল নিৰ্দ্দোষ যুৱক-যুৱতীৰ কলঙ্কৰ কাহিনী। ৰাইজে সেইটোকে সঁচা বুলি বিশ্বাস কৰিলে।

ষড়যন্ত্ৰতাৰ মিছা কথাবোৰ কেতিয়াবা তেনেকৈয়ে সঁচা হৈ যায়। মিছা কথাটোকে মানুহে সঁচা বুলি মানি লয়।

চম্পা আৰু চৌধুৰী চাৰ সমাজৰ ওচৰত জগৰীয়া হৈ পৰিল। কাৰণ—এয়া পাপ, এয়া ব্যভিচাৰ। ৰাইজে ব্যভিচাৰক কেতিয়াও প্ৰশয় দিব নোৱাৰে—নিদিয়ে।

ৰাজহুৱা নামঘৰত ৰাইজ এদিন গোট খালে বিচাৰকৰ আসনত দেউতা।

বেচেৰী চম্পা!

তাই অসহায়। চম্পাৰ মাক নিৰুপায়।

দুজনী অসহায় নাৰীয়ে চকুপানী মচি ভগৱানক সিদিনা সকিয়াইছিল: সঁচা মিছা তুমিয়ে বিচাৰ কৰিবা প্ৰভো। যেয়ে এনে মিছা কলঙ্ক দিছে—সেইজনৰ বংশত বাতি দিবলৈও যেন কোনো নাথাকে।

দেউতায়ো শুনিছিল। কিন্তু ভ্ৰূক্ষেপ কৰা নাছিল। 'মৰ' বুলি কলেই মানুহ নমৰে। 'ৰজা হ' বুলি কলেও কেও ৰজা নহয়। পৃথিবীৰ ইমানবোৰ মানুহৰ আবেদন নিবেদন শুনিবলৈ ভগৱান

কাৰো বহুতীয়া নহয়। সেয়েহে বিজয়ৰ হাঁহি মাৰি দেউতাই পাহৰি গৈছিল চম্পা আৰু চম্পাৰ মাকৰ শাওপাত।

তাৰ পিচতো দিন গৈছিল। বছৰ বাগৰিছিল।

সেয়া বৰ ককাইদেউৰ বিয়াৰ আঠ বছৰ পিচত। হঠাতে দেউতা এদিন উচপ্ খাই উঠিল। শিশুৰ হাঁহি কান্দোন নোহোৱা ঘৰখনত অমঙ্গলৰ পদধ্বনি শুনি চঞ্চল হৈ পৰিল। ভয়ত শিহঁৰি উঠিল। এয়া কি হ'ল? এয়া সঁচাকৈয়ে চম্পা আৰু চম্পাৰ মাকৰ অভিশাপৰ পৰিণতি নেকি? অভিশাপ জানো সঁচাকৈয়ে ফলিয়ায়? ফলিয়াব?

সেয়ে যদি সঁচা হয়—তেন্তে দোষ কাৰো নহয়। দোষ দেউতাৰ। ক্ষমতাৰ অহঙ্কাৰ দেখুৱাবলৈ গৈ কৰা মহা ভুলৰ প্ৰায়শ্চিত্ত। আশঙ্কাত অস্থিৰ দেউতাই সেই কাৰণেই বিচাৰিছিলঃ ঘৰখনলৈ অকণমানি আলহী এজন আহক; শিশুৰ হাঁহি কান্দোনে নিমাও মাও ঘৰখনৰ নীৰৱতা ভাঙি দিয়ক। দেউতাই প্ৰমাণ কৰিবলৈ বিচাৰিছিল—চম্পা আৰু চম্পাৰ মাকৰ অভিশাপৰ কোনো মূল্য নাই। সেই অভিশাপ নফলিয়ায়।

আৰু?

এজনী বোৱাৰীক আদৰি আনিবলৈ মা আৰু দেউতাই সেই-কাৰণেই অধীৰ হৈ অপেক্ষা কৰিছিল।

অৱশেষত আৰু এজনী বোৱাৰী আহিছিল। সেইজনী কুঁৱৰী বৌ। মনৰ আশা পূৰণৰ বাবে আদৰি অনা বৰ মৰমৰ—অতি চেনেহৰ এজনী ফুল কুমলীয়া বোৱাৰী।

আৰু কুঁৱৰী বৌ?

এখন ঘৰক অভিশাপ-মুক্ত কৰিবলৈ অহা কুঁৱৰী বৌয়ে জানো অভিশাপ খণ্ডন কৰিব পাৰিছিল? অভিশাপ খণ্ডন কৰিবলৈ গৈ কি পালে? দোষ ডাঙৰ নবৌৰ, মোৰ নে কুঁৱৰী বৌৰ?

## ॥ দহ ॥

দুটা চৰ্ত্তত সৰু ককাইদেৱে বিয়াৰ সম্মতি দিছিল।

নিৰাশ্ৰয় পৰিয়াল অথবা অসহায় বিধৱা মাকৰ ছোৱালীৰ বাহিৰে ককাইদেৱে আন ঘৰৰ ছোৱালী বিয়া নকৰায়। অৱশ্যে একাধিক কন্যাদায়গ্ৰস্ত দুখীয়া পিতৃৰ ছোৱালী বিয়া কৰোৱাত আপত্তি নাই। ছোৱালীজনী শিক্ষিতা হলে ভাল—নহলেও নাই। কিন্তু অলপ শিক্ষিতা বা অৰ্দ্ধশিক্ষিতা ছোৱালীক কোনোপধ্যেই তেখেতে বিয়া নকৰায়।

বৰুৱা বংশৰ কাৰণে মৰ্য্যাদা হানিকৰ ককাইদেউৰ চৰ্ত্ত দুটা দেউতাই ভাল পোৱা নাছিল। আত্মমৰ্য্যাদা সচেতন দেউতা নিৰুপায় হৈ পৰিল। এফালে বংশৰ ঐতিহ্য; আনফালে সৰু ককাইদেউৰ আঁকোৰগোজ মনোভাৱ। তাতকৈও ডাঙৰ দুশ্চিন্তা চম্পা আৰু চম্পাৰ মাকৰ অভিশাপ।

উপায় বিচাৰি নাপাই দেউতা হতাশ হৈ পৰিল। বুজাই বঢ়াই কৰলৈ—খং অভিমান কৰি, ঢমক দি মত সলনি কৰিবলৈ সৰু ককাইদেউ ওচৰত নাই। ঘৰলৈ নাযায়, দূৰে দূৰে ঘূৰি ফুৰে; ইফালে মাকৰ অৱস্থাও দিনক দিনে বেয়া হৈ আহিছে। শয্যাশায়ী মাকৰ চিন্তা: মৰাৰ আগতে পুতেকৰ বিয়াখন দেখা পাব নে নাই? সৰু ককাইদেৱে যদি আকৌ মত সলনি কৰে?

সেই কাৰণে যিমান পলম হৈছিল—মাৰ অস্থিৰতাও সিমানে বাঢ়ি গৈছিল।

অৱশেষত নিৰুপায় দেউতাই ককাইদেউৰ চণ্ড ছুটা মানি লবলৈ বাধ্য হৈছিল। নিজকে বুজনি দিবলৈ যত্ন কৰিছিল: আজিকালি দিন সলনি হৈছে। এয়া যুগ-ধৰ্ম্ম।

বহুদিন ঘৰলৈ যোৱা নাছিলো যদিও মা-দেউতাৰ মানসিক অৱস্থাৰ বিষয়ে মই গম পাইছিলো; ডাঙৰ ককাইদেৱে চিঠিৰে জনাইছিল। জনাইছিল মানে জনাবলৈ বাধ্য হৈছিল। কিয়নো দবাৰ মতামত লবলৈ সৰু ককাইদেউ ঘৰত নাথাকেই: পচন্দ অপচন্দৰ কথা সুধিবলৈ লগ নাপায়। অ'ত ত'ত ঘূৰি ফুৰে।

ডাঙৰ ককাইদেউ অসহায়—নিৰুপায়।

তেখেতে নিৰ্ব্বাচন কৰা ছোৱালী যদি দবাৰ পচন্দ নহয়; সৰু ককাইদেৱে পচন্দ নকৰে? কইনা ঘৰীয়াক কথা দি বিপদত পৰিবলগীয়া হয়? ভৱিষ্যতে যদি দোষাৰোপৰ ভাগী হবলগীয়া হয় গৈ?

বিয়াৰ ক্ষেত্ৰত বহু কথাই বিচাৰ কৰিব লাগে। অকলে ছোৱালী পচন্দ কৰিব নোৱাৰি; অন্ততঃ এজন বা দুজন সমৰ্থক লাগে। আচলতে ডাঙৰ ককাইদেৱে কোনোবা এজনৰ সমৰ্থন বিচাৰিছিল। সেই কাৰণে প্ৰত্যেকজনী ছোৱালী চাই অহাৰ পিচতেই মোলৈ লিখিছিল আৰু সেই সূত্ৰপাততেই মা-দেউতাৰ মানসিক অৱস্থাৰ বিষয়ে ককাইদেউৰ চিঠিৰ পৰা মই গম পাইছিলো। অৱশ্যে চিঠিবোৰ পাওঁতে নিৰ্দ্ধাৰিত সময়তকৈ কেতিয়াবা বহুতো পলম হৈছিল। কিয়নো চাকৰিৰ সংক্ৰান্তত ময়ো একে ঠাইতে থিতাপি লাগি থাকিব পৰা নাছিলো: অলৈ ত'লৈ ঘূৰি ফুৰিছিলো।

অৱশেষত ছোৱালী এজনী ঠিক হৈছিল। বিয়াৰ দিন খাটাং কৰিবলৈ সৰু ককাইদেউৰ মতামত লোৱাৰ প্ৰয়োজন। কিন্তু লোৱা নহ'ল।

ডাঙৰ ককাইদেউ চিন্তিত হৈ পৰিল: সময়ত দবাক যদি বিচাৰি পোৱা নাযায়? বিয়া ঘৰলৈ নাহে? বাহিৰে বাহিৰে ঘূৰি ফুৰে?

নিৰ্দ্ধাৰিত দিনত বিয়া নহব বুলি কোৱাৰ উপায় তেতিয়া নাছিল। কথা দি কথা ৰাখিব নোৱাৰাটো লাজ আৰু অপমানৰ কথা।

তেনে পৰিস্থিতিত ককাইদেউ চিন্তিত হৈ পৰা স্বাভাৱিক। নিৰুপায় হৈ তেখেতে মোলৈ লিখিছিল: বিয়াৰ দিন ঠিক হ'ল। কইনা ঘৰীয়াক কথা দিয়া হৈ গ'ল। এনে অৱস্থাত বিয়াখন স্থগিত ৰখা অথবা বিয়াৰ দিন পিচুৱাই দিয়াৰ প্ৰশ্ন নুঠে। মাজু মইনাক লগত লৈ তই যেনে তেনে বিয়াৰ অন্ততঃ সাত দিনমান আগতে আহিবি। তাতকৈও আগতে আহিব পাৰিলে আৰু বেছি ভাল হয়। মোৰ সহায় হব।

ছোৱালীৰ বিষয়ে ককাইদেৱে লিখিছিল: ছোৱালীজনী ধুনীয়া, স্বাস্থ্যৱতী, মৰম লগা। মোমায়েকৰ ঘৰত ডাঙৰ দীঘল হোৱা বিধৱা মাকৰ একমাত্ৰ ছোৱালী। ছোৱালীজনী অতি নম্ৰ আৰু ভদ্ৰ; ভাল বংশৰ চৰিত্ৰৱতী ছোৱালী। পিচে শিক্ষাহে বৰ কম। অভাৱ-অনাটনৰ কাৰণে বেছি পঢ়া-শুনা কৰিব নোৱাৰিলে। ঘৰুৱা কাম বনত পটু। বিয়াল্লিশৰ আন্দোলনৰ সময়ত পুলিচৰ গুলীত দেউতাকৰ মৃত্যু হৈছিল।

ককাইদেউৰ বিশ্বাস: তেনে এজনী ছোৱালী মাজু ককাইদেউৰ অপচন্দ হব নালাগে।

সেইজনীয়েই আছিল—অৰুণিমা বৰুৱা; কুঁৱৰী বৌ।

অৰুণিমা বৰুৱা—অৰুণিমা বৰুৱা নাছিল; আছিল অৰুণিমা দেৱী। বিয়াৰ পিচত হ'ল গৈ অৰুণিমা বৰুৱা। সৰু ককাইদেউৰ ৰুণী; বৰ নবৌৰ ন'-ছোৱালী আৰু মোৰ কুঁৱৰী বৌ।

ককাইদেৱে ঘৰলৈ মাতিছিল। সৰু ককাইদেউক লৈ ঘৰলৈ যোৱাৰ কাৰণে লিখিছিল। সৰু ককাইদেউক হয়তো বিচাৰি উলিয়াব পাৰিম; বিচাৰি পাম। যথা সময়ত ঘৰলৈ যোৱাৰ কাৰণে সম্মত কৰাব পাৰিম। কিন্তু মই?

মই ঘৰলৈ যাম কেনেকৈ ? কোনটো নাকেৰে গৈ নবৌৰ ওচৰত থিয় হম ? সক ককাইদেউক কি বুলি কাঁকি দিম ? তেওঁৰতে যদি মোৰে সৈতে একেলগে ঘৰলৈ যোৱাৰ কাৰণে জেদ ধৰে ?

হিচাব কৰি চালো : বিয়ালৈ আৰু বেছি দিন নাই।

সমাধান নোহোৱা সমস্যা আৰু সিদ্ধান্ত লব নোৱাৰা চিন্তাত মন যেতিয়া ভাগৰি পৰে নিজকে তেতিয়া বৰ অসহায় যেন লাগে। নিৰুপায় হৈ সম্ভাব্য পৰিস্থিতিৰ সৈতে মুখামুখি হবলৈ প্ৰস্তুত হৈ কওঁ। 'যি হয় হব' বুলি মনক প্ৰবোধ দিওঁ ; সান্ত্বনা লভো।

ভাবি ভাবি অৱশেষত ময়ো সেই সিদ্ধান্তটোকে লৈছিলো। নবৌৰ ওচৰত থিয় হবলৈ মই লাজ পাম ; লাজ লাগিব। মোৰ পৰা হয়তো দূৰে দূৰে আঁতৰি ফুৰিব। মোক নামাতিব। তাৰ বাহিৰে আন একো নহয়।

কিন্তু মই ঘৰলৈ নগলে—মা দেউতাই মনত আঘাত পাব। ডাঙৰ ককাইদেৱে বেজাৰ পাব। বিয়া বাৰু কৰাই সংসাৰী হব নোখোজা সক ককাইদেৱে সেইটোকে চেলু গৈ বিয়াখন বন্ধ কৰি দিব।

ডাঙৰ ককাইদেউৰ চিঠিখন পোৱাৰ পিচত যোৰহাটলৈ যাওঁতে হঠাতে সক ককাইদেউক এদিন লগ পাইছিলো। তেতিয়াই বিয়াৰ দিন তাৰিখৰ কথা কৈছিলো। কোনদিনা ঘৰলৈ যাব—সুধিছিলো।

"ঠিক আছে—বিয়াৰ দুদিনমান আগতে গুৱাহাটীলৈ যাবি। তাৰ পৰা দুয়োজনে একে লগে ঘৰলৈ যাম।"

"মৌলৈ আপুনি আপেক্ষা কৰিব নালাগে ককাইদেউ। আপুনি যাব গৈ। মই ছুটী পাওঁ নেপাওঁ একো ঠিক নাই। ছুটী পালেই মই যাম গৈ।"

"হয় নেকি ? তেনেহলে বিয়া পিচুৱাই দিবলৈ লিখি দে। তই যেতিয়া ছুটী পাৱ—তেতিয়া পাতিলেও হব। ইমান খৰখেদাকৈ বিয়াখন নাপাতিলেও হব।"

উপায় নাছিল। বাধ্য হৈ কৈছিলো: দুদিন নহয়; বিয়ালৈ চাৰি দিনমান থাকোতে গুৱাহাটীৰ পৰা আপোনাক লৈ যাম। ছুটী লোৱাৰ কিবা এটা ব্যৱস্থা কৰিম।

সৰু ককাইদেৱে মোৰ কথাতে হয়ভৰ দিছিল। সম্মত হৈছিল।

তেতিয়া ভাবিছিলো: বুজাই বঢ়াই গুৱাহাটীৰ পৰা তেখেতক ঘৰলৈ পঠিয়াই দিম। কিবা এটা কামৰ উজুহাত দেখুৱাই মই পিচদিনাখন যাম বুলি ফাঁকি দিম।

কিন্তু বিয়াৰ দিন চমু চাপি অহাৰ লগে লগে এটা চিন্তাই মোক অস্থিৰ কৰি তুলিছিল। মই ছুটী লম নে নাই? ঘৰলৈ যাম নে নেযাম? ককাইদেউ যদি অকলে ঘৰলৈ যাব নোখোজে? নাযায়?

বিয়াখন বন্ধ হৈ যোৱাৰ পিছত নবৌৰ ওচৰত মই লাজ পোৱাটো একো ডাঙৰ কথা নহয়। গতিকে সৰু ককাইদেউক লগত লৈ মই ঘৰলৈ যোৱাৰ সিদ্ধান্ত লৈছিলো। গৈছিলো।

আৰু?

তাৰ পিচত পাৰ হৈ গৈছিল এটা এটাকৈ বাৰটা মাহ; এটা বছৰ।

এটা বছৰ মানে বহুত দিন; বহুত সময়। দিনবোৰ গৈ যেন শেষ নহয় হে নহয়। কিন্তু সেই দিনবোৰ বাগৰি যোৱাৰ পিচত অতীতলৈ উভতি চাই আমি আচৰিত হৈ যাওঁ। এটা বছৰ কেনি পাৰ হৈ যায় গমেই নাপাওঁ। এবছৰ আগৰ ঘটনাবোৰলৈ মনত পৰিলে তেতিয়া এনে ভাব হয়—যেন সৌ সিদিনাহে ঘটনাটো ঘটিছিল। কিন্তু দিনৰ লেখেৰে ইতিমধ্যে এটা বছৰ পাৰ হৈ গৈছে। কেইদিনমান আগৰ কথা যেন লাগিলেও আচলতে কেইদিনমান আগৰ নহয়; এবছৰ আগৰ পুৰণি কাহিনী, পুৰণি ঘটনা।

সৰু ককাইদেউৰ বিয়া হৈ যোৱাৰো কেতিয়াবাই এবছৰ পাৰ হৈ গৈছিল। বিয়াৰ দিনটোলৈ মনত পৰিলে ইতিমধ্যে এটা বছৰ পাৰ হৈ যোৱা যেন নালাগে। বিয়াৰ দিনা ৰাতি কুঁৱৰী বৌক

হোমৰ গুৰিতেই দেখিছিলো। তাৰ পিচত আৰু দেখা নাই। অৱশ্যে ইয়াৰ মাজত ঘৰলৈও যোৱা নাছিলো।

ন-কইনাৰ ৰূপত কুঁৱৰী বৌক সিদিনা বৰ ধুনীয়া লাগিছিল; ধুনীয়া দেখিছিলো। এজনী অপৰূপা ফুল কুমলীয়া গাভৰু। চকু-মুখত শেৱালি ফুলৰ কমনীয়তা।

ডাঙৰ ককাইদেউক সিদিনা আটায়ে শলাগিছিল। ককাইদেউৰ সৌন্দৰ্য্যবোধ সঁচাকৈয়ে প্ৰশংসনীয়। কইনা নিৰ্ব্বাচন নিখুঁত।

কিয় নাজানো: কুঁৱৰী বৌক হোমৰ গুৰিত দেখাৰ লগে লগে মোৰ বৰ আপোন আপোন লাগিছিল; মৰম লাগি গৈছিল। যেন বহু দিনৰ চিনাকি এগৰাকী আপোন মানুহ। ইচ্ছা হৈছিল: তেখেতৰ ওচৰলৈ গৈ যেন কথা পাতিম। কিবা কিবি কৈ জোকাম: ধেমালি কৰিম।

কিন্তু নোৱাৰিলো। চিনাকি হবলৈও আনকি সুযোগ পোৱা নাছিলো। মই তেখেতক দেখিছিলো। কিন্তু তেখেতে মোক চিনি পোৱা নাছিল। ন-কইনা হৈ ভিতৰত সোমাই থকা কুঁৱৰী বৌৰ সৈতে মোৰ দেখা-দেখি হোৱা নাছিল। হোমৰ গুৰিত দেখাৰ বাহিৰে আৰু লগ পোৱা নাছিলো। কাৰণ—ডাঙৰ নবৌয়ে কিবা কোৱাৰ ভয়ত বিয়ালৈ অহা গাভৰু জীয়ৰী আৰু যুৱতী বোৱাৰী-বোৰৰ ওচৰৰ পৰা মই আঁতৰি ফুৰিবলৈ যত্ন কৰিছিলো। তদুপৰি বিয়াৰ কইনা মাকৰ ঘৰলৈ আকৌ উভতি যোৱাৰ আগতে মই বিয়া ঘৰ এৰি কৰ্ম্মস্থানলৈ আঁতৰি আহিবলৈ বাধ্য হৈছিলো। কাৰণ - ছুটী নাছিল।

বে-চৰকাৰী চাকৰিত সেইটোয়ে অসুবিধা। ছুটী কম।

বিয়াৰ দিনাখনেই আচলতে মোৰ ছুটী শেষ হৈছিল। সৰু ককাইদেউক লৈ যাবলগীয়া হোৱা কাৰণে বিয়াৰ চাৰিদিন আগতে ঘৰ পাইছিলো গৈ। নহলে বিয়াৰ দুদিন বা এদিনমান আগতে গৈ বিয়াৰ দুদিনমান পিচত আহিব পাৰিলোহেঁতেন। কম দিনীয়া

ছুটী। সেই কাৰণে বিয়াৰ পিচদিনাখনেই মই শুচি আহিব-লগীয়া হৈছিল।

বিয়ালৈ যোৱাৰ যি আনন্দ, উৎসাহ আৰু আগ্ৰহ সেই উৎসাহ আৰু আনন্দ মই অনুভৱ কৰা নাছিলো। ঘৰলৈ যাবলৈ মোৰ অকণো আগ্ৰহ নাছিল। লাজ, ভয় আৰু সঙ্কোচ ভৰা মন এটা লৈ বিয়া-ঘৰলৈ যোৱাত কোনো আনন্দ নাই। কিন্তু উপায় নাছিল।

নবৌৰ ওচৰত থিয় হবলৈ মই সঙ্কোচবোধ কৰিছিলো। তেখেতৰ সৈতে মুখামুখি হোৱাৰ কথা ভাবিলেই মোৰ বুকুখন চিৰিকৈ উঠে। লাজত কাণ-মূৰ ৰঙা পৰি গৈছিল। বেয়াকৈ কিবা কয় বুলি ভয়ো লাগিছিল।

কিন্তু আচৰিত।

নবৌয়ে একো নকলে। আমাক দেখিয়েই নঙলা মুখলৈ দৌৰি ওলাই আহিল। একো যেন হোৱা নাছিল, সেইদিনা ৰাতিৰ ঘটনাটো যেন মনত নাই, পাহৰি গৈছে—এনে এটা ভাৱত সহজ-ভাৱে আমাক আগবঢ়াই নিছিল। মোৰ হাতৰপৰা চুটকেচটো নিজৰ হাতলৈ নিবলৈ' যত্ন কৰি কৈছিল: তোমালোকলৈ বাট চাই চাই চকু বিষাল। আৰু কেইদিনমান আগতে আহি পাবা বুলি ভাবি আছিলো।

সৰু ককাইদেউ সদায় গম্ভীৰ; বেছি কথা নকয়। বিৰক্তিৰ স্বৰত কৈ উঠিল: পলম হোৱা বাবে ছোৱালী হেৰাই যোৱা নাইতো?

"থোৱা, থোৱা তোমাৰ কথা। ম'-দেউতা আৰু ককায়েৰাই কিমান চিন্তা কৰি আছে—তুমি কি বুজিবা?"

সৰু ককাইদেৱে প্ৰত্যুত্তৰত কিবা এষাৰ কব বুলি ভাবিছিলো। কিন্তু নকলে। লাজ সঙ্কোচত মই সহজ হব পৰা নাছিলো। গতিকে ময়ো নীৰৱ হৈ ৰলো।

"দবাৰ কথা থোৱা। এই কেইদিন দবা নহয়—যেনিবা ৰাজ-কোঁৱৰ! কিন্তু তুমিতো কেইদিনমান আগতে আহিব পাৰিলাহেঁতেন।

নবৌয়ে মোক লক্ষ্য কৰি কৈছিল।

কিবা এষাৰ নোকোৱাটো অশোভনীয়। অনুচ্চ সুৰত কলোঃ ছুটী পোৱা নাছিলো।

মাতটো কঁপিছিল।

ডাঙৰ ককাইদেউ তেতিয়া ঘৰত নাছিল।

মা—আৰু দেউতা সঁচাকৈয়ে উদ্বিগ্ন হৈ পৰিছিল আমাক দেখি স্বস্তিৰ নিশ্বাস পেলালে। তেখেতসকলৰ সেই উদ্বিগ্নতা মোৰ কাৰণে নহয়; সৰু ককাইদেউৰ কাৰণে। কি ঠিক—দবা যদি আহি সময়ত ঘৰ নাপায়হি।

তাৰ পিচত এজন দুজনকৈ আলহী অথিতি আহিবলৈ আৰম্ভ কৰিছিল। বিয়াৰ উলহ-মালহত ঘৰ উদুলি-মুদলি হৈ পৰিল। আমি গৈ ঘৰ পোৱাৰ অলপ পিচতে গৈ পাইছিল সৰু মোমাইদেউ আৰু ডাঙৰ মামীদেউ। ডাঙৰ মোমাইদেউ নাহিল। পাৰিলে বিয়াৰ দিনাখন আহি ওলাবহি। মোক দেখি মামীদেউৰ প্ৰশ্নৰ শেষ নাই। মই কিয় তেখেতসকলৰ ঘৰলৈ যোৱা নাই? আজি কালি কি কৰো—ক'ত থাকো, কিমান দৰ্মহা পাওঁ? মই নোযোৱা কাৰণে ডাঙৰ মোমাইদেৱে কি কৈছে—ইত্যাদি।

সৰু মোমাইদেৱে ধেমালি কৰি কৈছিলঃ বুইছা সোণ, তুমি যোৱা নাই কাৰণে আজি পাঁচ বছৰে আমাৰ নবৌয়ে ভালেই খোৱা নাই। দেখিছাই নহয়—শুকাই ক্ষীণাই কেনেদৰে খেৰৰ মেজিটোৰ দৰে হৈছে। ইয়ালৈ আহোতে চিটৰ স্প্ৰিং ভাঙে বুলিহে বাচৰ কণ্ডাক্টৰ মহা চিন্তা।

সৰু মোমাইদেউৰ কথাত আমি আটায়ে গিৰ্জ্জনি মাৰি হাঁহিছিলো। মামীদেৱে সৰু মোমাইদেউলৈ পন্দোৱাকৈ চাইছিল।

মামীদেউ আগতকৈ ভালেমান শকত হ'ল; ময়ো লক্ষ্য

কৰিছিলো। প্ৰসঙ্গ সলনি কৰিবলৈ মামীদেৱে নবৌক উদ্দেশ্য কৰি সুধিছিল: পাহিৰ মাক ক'ত? দেখা নাইচোন।

"ৰাঙিপুৰাই আহিছিল। বোপাইহঁত অহাৰ আগে আগে ঘৰলৈ গ'ল। আহিব এতিয়াই। আপোনালোকে মুখ-হাত ধুব বোলক মামীদেউ।"

মোৰ তেতিয়াহে মনত পৰিল: মাহীদেউক ময়ো দেখা নাই। মামুহজনীৰ স্বাস্থ্য আগৰ দৰেই আছে নে বাৰু?

সময় পাৰ হৈ গৈছিল। এমিনিট দুমিনিটকৈ ঘণ্টা; তাৰ পিচত দিন। মই লক্ষ্য কৰিছিলো: নবৌয়ে যেন মোৰ সান্নিধ্যৰ কাৰণে ব্যস্ত হৈ পৰিছিল। প্ৰত্যেকটো কথা মোক কৈছিল—জনাইছিল। সুযোগ পালেই জোকাইছিল: তোমাৰ বৰ ভাল লাগিছে—নহয় বোপাই?

"মোৰ ভাল লাগিছে—মানে?" মই সঁচাকৈয়ে বুজি পোৱা নাছিলো।

"এই বিয়াখনত তোমাৰ স্বাৰ্থই বেছি।"

"কেলেই?"

"বাট মুকলি হ'ল।"

কথাষাৰ কৈ নবৌয়ে খিল্‌খিলকৈ হাঁহিছিল। মোৰ গাত চিকুটি দিছিল। লাজত মই তলমূৰ কৰিছিলো। কব খুজিছিলো: মই বিয়াই নকৰাওঁ।

প্ৰথম দিনাখন ঘৰলৈ অহাৰ সময়ত অনুভৱ কৰাৰ দৰে, নবৌৰ ওচৰত অস্বস্তি বোধ কৰা নাছিলো যদিও—সম্পূৰ্ণৰূপে সহজ হব পৰা নাছিলো। প্ৰত্যেকটো কথা জুখি মাখি কৈছিলো। সাৱধান হৈছিলো।

"কোনজনী পচন্দ হৈছে কবা আকৌ। মই ককায়েৰাক তেহে কব পাৰিম।"

বিয়ালৈ বুলি ইতিমধ্যে আলহী হৈ আমাৰ ঘৰত থুপ খোৱা

গাভৰু ছোৱালী কেইজনীক উদ্দেশ্য কৰি নবৌয়ে যে তেনেদৰে কৈছিল— বুজি পাইছিলো।

মোৰ সন্দেহ হৈছিল: নবৌয়ে মোক পৰীক্ষা কৰিব খোজা নাইতো? তেখেতে আগতচোন এনেদৰে মোৰ লগত ইমান হুলিগলি কৰি কথা নাপাতে। গাত গা লগাই থিয় নহৈছিল; নবহিছিল। গাত চিকুটি পেংলামি কৰি কথা কোৱা নাছিল। অভিভাৱিকাৰ গাম্ভীৰ্য্য লৈ কথা কৈছিল।

ময়ো সেই কাৰণে বেছি সচেতন হৈ পৰিছিলো। ক'ৰবাত আকৌ ভুল কৰো বুলি নবৌক এৰাই ফুৰিবলৈ যত্ন কৰিছিলো। অৱশ্যে বিয়াৰ দিন চমু চাপি অহাৰ লগে লগে ব্যস্ততাৰ কাৰণে তেখেতেও আঁতৰি থাকিবলৈ বাধ্য হৈছিল। কামৰ মাজত ব্যস্ত হৈ থাকোতে খাবলৈ ববলৈও সময় পোৱা নাছিল। ঘৰত জুম খোৱা এবাহ জীয়ৰী বোৱাৰীৰ মাজত হেৰাই গৈছিল।

সেয়া এবছৰতকৈও কেইমাহমান আগৰ কথা।

সৰু ককাইদেউৰ বিয়াৰ পিচত ঘৰলৈ আৰু যোৱা নাই। কিন্তু কেবাদিনো ঘৰলৈ যাম বুলি ভাবিছিলো। কেইদিনমানৰ ছুটী লৈ যোৱাৰ সিদ্ধান্ত লৈছিলো। কিন্তু যোৱা নহ'ল। যাবলৈ ওলালেই ভাৱ হৈছিল: নবৌয়ে যদি কিবা ভাবে? সৰু নবৌৰ কাৰণে ঘৰলৈ মই ঘনাই যাবলৈ আৰম্ভ কৰিছো। কিয়নো আজি কেবা বছৰো ইমান ঘনাই ঘৰলৈ যোৱা নাছিলো। দুই তিনি বছৰৰ মূৰত কেতিয়াবা এবাৰ যাওঁ।

মনৰ দুৰ্ব্বলতাই মানুহক ভীৰু কৰি তোলে। ভীৰু মন সদায় সন্দেহশীল। সেই কাৰণেই ঘৰলৈ যোৱাৰ আগ্ৰহ চেপি ৰাখিবলৈ বাধ্য হৈ পৰিছিলো; চেপি ৰাখিছিলো।

কিন্তু অৱশেষত সেই সিদ্ধান্ত এদিন প্ৰত্যাহাৰ কৰাৰ প্ৰয়োজন হৈ পৰিছিল। মত সলনি কৰাৰ আৱশ্যক হৈছিল। ককাইদেৱে

লিখিছিল: মাৰ অৱস্থা বৰ বেয়া। দেউতাৰ শৰীৰো সিমান ভাল নহয়। মাই আমাক ফাঁকি দি যাব বুলিহে সন্দেহ হৈছে। পাৰিলে এবাৰ ঘৰলৈ আহি যাবি। তেওঁত দুজনক এবাৰ চাবলৈ মাৰ বৰ হেঁপাহ।

ককাইদেউৰ চিঠিখন পাই বেয়া লাগিছিল। বৰ অকৃতজ্ঞ আৰু নিজকে অপৰাধী অপৰাধী যেন লাগিল। কৃতঘ্ন যেন অনুভৱ হল। সঁচাকৈয়ে মাক মই অৱহেলা কৰিছো। মাতৃৰ প্ৰতি সন্তানৰ কি কৰ্তব্য—সেই কৰ্তব্য অকণো কৰা নাই; কৰা নহ'ল। অথচ সেইজনী মাই আমাৰ কাৰণে কি কৰা নাছিল। মোৰ কাৰণে দেউতাৰ কিমান গালি খাইছিল। মোক কিমান মৰম কৰিছিল। তাৰ বিনিময়ত মাক একো দিয়া নহ'ল; দিব নোৱাৰিলো। ডাঙৰ দীঘল হৈ বাহিৰলৈ গুলাই আহিলো। তাৰ পিচত মাৰ খবৰ লবলৈ এদিনলৈ ঘৰলৈও যোৱা নাই।

মই অনুতপ্ত হৈ পৰিছিলো। নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। কেইদিনমানৰ ছুটী লৈ লৰালৰিকৈ ঘৰ পালোহি।

মাৰ অৱস্থা সঁচাকৈয়ে সঙ্কটজনক। দেউতাৰ অৱস্থাও ভাল নহয়। ভালদৰে খোৱা-বোৱা কৰিব নোৱাৰে। মোক দেখি মাই কিবা কব খুজিছিল। কিন্তু কথাবোৰ স্পষ্ট হৈ ফুটি নোলাল। কি কৈছিল বুজি নাপালো। দুচকুৰে বৈ আহিছিল চকুৰ লোতক। ডাঙৰ আৰু সৰু নবৌ মাৰ লগতে লাগি আছিল। সেৱা-যত্নৰ অকণো ক্ৰুটি কৰা নাই। ডাঙৰ নবৌয়ে কৈছিল: ডাঙৰ বোপাই আহি পোৱা হলে ভাল আছিল। তোমালোকক চাবলৈ মা আকুল হৈ আছে।

তাৰ পিচত একাষৰীয়াকৈ মাতি নি মোৰ কাণৰ কাষত ফুচ্-ফুচাই কৈছিল: মাই আমাক ঠগিব। বেছি দিন আৰু নাবাচে। তোমালোকক চাবলৈহে বাট চাই আছে। ডাঙৰ বোপাইক লগ পাইছিলা নেকি?

সক ককাইদেউক মই লগ পোৱা নাছিলো।

মোৰ চকু দুটা সেমেকি পৰিছিল। সৰু ককাইদেউলৈ মোৰ খঙো উঠিল। কি এনে ডাঙৰ কামত ব্যস্ত যে মৃত্যুমুখী মাক এবাৰ দেখা দিও যাব নোৱাৰে। হয়তোবা তেখেতে খবৰেই পোৱা নাই চিঠিৰে জনাবলৈও উপায় নাই। ক'ত বা ঘূৰি ফুৰিছে—কোনে জানে?

বহুদিন ঘৰলৈ অহা নাই। বিয়াৰ পিচত এবাৰ নে দুবাৰ হেনো আহিছিল। দুদিন নে তিনিদিনহে মাথোঁন ঘৰত আছিল। সৰু ককাইদেউৰ মতিগতি দেখি নবৌয়ে কৈছিল: ছোৱালীজনীলৈ বেয়াই লাগে দেহি। বিয়া বাৰু কৰোৱাৰ পিচতো তেওঁৰ মতিগতি সলনি নহ'ল। বিয়াখন নপতা হলেই ভাল আছিল। কুমলীয়া ছোৱালী এজনীক ইমান শাস্তি দিবলৈ নাপায়।

ছোৱালীজনী মানে যে সৰু নবৌৰ কথা কৈছিল—মই বুজি পাইছিলো।

নবৌৰ কথাই সঁচা হ'ল। মাই যেন মোক চাবলৈহে অপেক্ষা কৰি বৈ আছিল। সৰু ককাইদেউলৈ অপেক্ষা কৰাৰ আৰু সময় নহ'ল।

ভাত পানী খাই মই শুইছিলো। শুইছিলো মানে—ককাইদেউ আৰু নবৌয়ে জোৰকৈ শুৱাই থৈছিল। প্ৰয়োজন হলে মোক জগাই দিব। মাৰ ওচৰত আছিল ককাইদেউ আৰু নবৌ। ককাইদেৱে সৰু নবৌক শুবলৈ কৈছিল যদিও মাৰ ওচৰত বহি ভৰি হাত পিটিকি আছিল।

শেষ নিশা।

কান্দোনৰ শব্দত মোৰ টোপনি ভাঙি গ'ল। লৰালৰিকৈ উঠি মাৰ শোৱনি কোঠা পালোগৈ। কিন্তু মা তেতিয়া আৰু নাছিল।

মোৰ বুকুখন ভাঙি ছিঙি চুৰমাৰ হৈ যোৱা যেন লাগিল। সৰু নৰা এটাৰ দৰে মাৰ মৃতদেহটো সাৱটি ধৰি মই কেঁকুৰি উঠিলো।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰো। কান্দি

কান্দি আমি ভাগৰি পৰিছিলো। দেউতা অসহায়। খোকা-খুকি মাতেৰে আমাক সান্ত্বনা দিবলৈ যত্ন কৰিছিল। বোৱাৰীয়েক দুজনীৰ মূৰত হাত বুলাই কৈছিল : তহঁতে বেজাৰ নকৰিবি। এয়েই সংসাৰৰ নিয়ম। আমিও এদিন যাব লাগিব। দুদিন মাথোঁন আগ পিচ। পিচে মানুহজনীয়ে অকণো সুখ নাপালে।

দেউতাৰ সান্ত্বনাই আমাক শান্ত কৰিব নোৱাৰিলে। তেখেতৰ মাতত ফুটি উঠিছিল গভীৰ মৰ্ম্মবেদনা আৰু হিয়া-ভগা শোকৰ এটা তীব্ৰ কৰুণ সুৰ।

মানুহৰ মাত ইমান কৰুণ হব পাৰে বুলি মই কল্পনাই কৰিব পৰা নাছিলো। আমি ধৈৰ্য্য ধৰিব পৰা নাছিলো। নবৌ দুজনীয়ে স্তৰাওৱায়ে কান্দি উঠিল।

ককাইদেউ একাষৰীয়া হৈ নিথৰ হৈ ৰ'ল।

আকাশৰ তৰাজাক তেতিয়া নিষ্প্ৰভ হৈ পৰিছিল।

## ॥ এঘাৰ ॥

মৃত্যু অবাৰিত।

মানুহ মৰিবই। কিন্তু আপোনজনৰ বিচ্ছেদৰ বেদনা অসহনীয়। বিশেষকৈ মাতৃ-বিচ্ছেদৰ শোক পুত্ৰৰ কাৰণে আৰু বেছি অসহনীয়। পৰিয়ালৰ কোনোবা এজন চিৰদিনলৈ হেৰাই যোৱাৰ শোক কিমান গভীৰ—সেই বিষয়ে মোৰ অভিজ্ঞতা নাছিল। মাৰ মৃত্যুই বুজাই দি গৈছিল: মৃত্যুৰ শোক কি পীড়াদায়ক! কোনোবা এজনৰ মৃত্যু পাৰিয়ালৰ কাৰণে কিমান ক্ষতিকৰ, যন্ত্ৰণাদায়ক!

মাৰ শোকত আমি আটায়ে ভাঙি পৰিছিলো; কান্দিছিলো। কন্দা নাছিল কেৱল দেউতাই। কিন্তু কন্দা হলেই বেছি ভাল আছিল কিজানি। দেউতাৰ চকু-মুখৰ উদাস দৃষ্টিয়ে আমাক অস্থিৰ কৰি তুলিছিল। আপোনজনৰ মৃত্যুত চকুলো টুকিব নোৱাৰাজনৰ মৰ্ম্ম-বেদনা অত্যন্ত গভীৰ—যন্ত্ৰণাদায়ক। নবৌহঁতৰ হেজাৰ কাকুতি-মিনতি সত্ত্বেও তিনি চাৰি দিনলৈকে দেউতাই পানী এটোপকে খোৱা নাছিল।

ডাঙৰ নবৌ ভাগৰি পৰিছিল। অৱশেষত পঠিয়াই দিছিল সৰু নবৌক। গাখীৰ এগিলাছ অথবা চাহ একাপকে খাবলৈ খাটনি জুৰি সৰু নবৌয়ে কৈছিল: আপুনি ভাঙি পৰিলে আমি কি কৰিম দেউতা? বাইদেউ আৰু বোপাইহঁতেও একো খোৱা নাই।

"হুঃ খোৱা নাই। কিন্তু নেখায় কিয়?"

"আপুনি নাখালে তেওঁলোকে নাখায় দেউতা।"

"সিইঁতক খাবলৈ কোৱা গৈ বোৱাৰী। তুমিও খোৱা গৈ। মই বুঢ়া মানুহ ; আজি আছো—কাইলৈ মৰি যাম। কিন্তু বৰ মইনাহঁত ?"

"তেনেদৰে নকব দেউতা। এয়ে আটিছে। মইহে বৰ হতভাগিনী।"

দেউতা আকৌ নীৰৱ হৈ পৰিছিল। এটা মৰম কোমল দৃষ্টিৰে নবৌৰ শুকান মুখখনলৈ চাই হুমুনিয়াহ পেলাই তলমূৰ কৰি ৰ'ল।

চুচুক চামাক কৈ মই দেউতাৰ ওচৰলৈ আগবাঢ়ি গৈছিলো।

"দেউতা।"

দেউতা নিমাত। তলমূৰ কৰি থকা দেউতাই মোলৈ মূৰ দাঙি চোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে। মই অসহায়ৰ দৰে থিয় হৈ ৰলো।

কিন্তু নবৌয়ে মোৰ অসহায় অৱস্থাটো লক্ষ্য কৰিছিল। মোলৈ চাই আঙুলি এটাৰে দেউতাক দেখুৱাই দিছিল। অৰ্থাৎ—কিবা অকণমান খোৱাৰ কাৰণে দেউতাক খাতিৰ কৰাবলৈ কৈছিল।

"দেউতা।"

"তহঁতে নাখাই কিয় সৰু মইনা ? বৰ মইনাকো খুৱা গৈ। যোৱা বোৱাৰী, ইহঁতক কিবা খাবলৈ দিয়া গৈ।"

দেউতাৰ মুখৰ পৰা সৰি পৰা প্ৰত্যেকটো শব্দই যেন একো একো টোপাল চকু পানী হৈ বৈ আহিছিল। 'সৰু মইনা' শব্দ দুটাই মোৰ বুকুৰ কোনোবাখিনিত বিন্ধিছিল।

"কুঁৱৰী বৌৰ মুখলৈ চাই কিবা অকণমান খাওঁক দেউতা।"

মোৰ মাতটোও খোকা-থুকি হৈ পৰিছিল।

কথাষাৰ কৈ মই থত্‌মত্‌ খাই পৰিছিলো। দেউতা আৰু নবৌয়ে মোৰ মুখলৈ থৰ্ লাগি চাই ৰ'ল। সেই দৃষ্টিৰ অৰ্থ মই বুজি পোৱা নাছিলো।

"এৰা. কুঁৱৰী।" নিজক কোৱাৰ দৰে দেউতাই কৈ উঠিল।

দেউতা আৰু নবৌয়ে মোলৈ কিয় তেনেদৰে চাইছিল তেতিয়াহে বুজি পাইছিলো। দেউতাই বুজিছিল—বোৱাৰী; আৰু মই শুনিছিলো কুঁৱৰী। সেই কাৰণে মোৰ অজ্ঞাতে হঠাতে মুখৰ পৰা ওলাই পৰিছিল : কুঁৱৰী বৌ।

এটা ভুলে এটা মিঠা নামৰ জন্ম দিছিল। সৰু নবৌ মোৰ কাৰণে সেই দিনাৰ পৰা হ'ল কুঁৱৰী বৌ। এটা সাৰ্থক নাম। চকু মুখত অপূৰ্ব্ব এক কমনীয়তা। খোজত ৰাজকুমাৰীৰ গাম্ভীৰ্য্য আৰু দেহৰ ভাজে ভাজে উচ্ছল যৌৱনৰ স্বপ্নময়ী যাদু পৰশ। অঙ্গে অঙ্গে দেৱী প্ৰতিমাৰ ৰূপ আৰু লাবণ্য।

তথাপি ?

এৰা, তথাপি বেচেৰী যেন বৰ নিঃস্ব; অসহায়। চকুত এক নিসহায় করুণতা; কিবা এটা যেন পোৱা নাই। পায়ো হেৰুৱাইছে। প্ৰতি পদে পদে ভয় আৰু সঙ্কোচ।

কিন্তু কিহৰ এই সঙ্কোচ ?

সেই কথা এতিয়া থ'ক।

ছুটী লৈ অহাৰ সময়তে ভাবিছিলো : পাঁচ দিনৰ ছুটিয়েই যথেষ্ট। মাক চাম। এদিন বা দুদিন ঘৰত থাকিম। তাৰ পিচত গুচি আহিম। কিন্তু যি ভাবিছিলো—সেয়া নহ'ল। মাৰ মৃত্যুৱে সকলোবোৰ ওলট-পালট কৰি পেলাইছিল। সেই কাৰণে আৰু পোন্ধৰ দিনৰ ছুটী বিচাৰি তাঁৰ পঠিয়ালো।

আমাৰ ঘৰৰ ওচৰত টেলিগ্ৰাফ অফিচ নাই। গাৱঁৰ পৰা টেলিগ্ৰাফ অফিচ থকা সৰু চহৰখনলৈ তিনি মাইল দূৰ। তাহানিৰ সৰু ৰেল ষ্টেচনটোকে কেন্দ্ৰ কৰি গঢ়ি উঠিছে এখন সৰু চহৰ। এটা ডাকঘৰ, এটা প্ৰাথমিক স্বাস্থ্য-কেন্দ্ৰ, এখন হাইস্কুল আৰু কেইখনমান সৰু বৰ বিভিন্ন দোকান। আৰক্ষী চকী আৰু ছুটা নে এটা চৰকাৰী কাৰ্য্যালয়ো নতুনকৈ বহিছে। এফ. চি. আইৰ গুদাম এটা হৈছে। মাগৰমল আগৰৱালাই ধান-কল এটা বছৰাবলৈ যো-জা কৰিছে।

কিন্তু এতিয়াও সম্পূর্ণ হৈ উঠা নাই। ৰাস্তাৰ দুয়ো কাষে কেইখনমান চাহ দোকান, পাম দোকান আৰু কেইটামান পকী ঘৰ হ'ল। সেইখনেই আমাৰ গাৱঁৰ ওচৰৰ একমাত্ৰ চহৰ। গাৱঁৰ নাম পদুমমণি। পিচে পদুমমণিত পদুম ফুল নতুবা খাল বিল নাই। আছে দুই এজোপা পলাশ, শিমলু, মদাৰ আৰু থুপ খোৱা বাঁহনি-বাৰী। অ'ত ত'ত দুই এজোপা বহুদিনীয়া জৰি, বট আৰু আঁহত গছ। বাটৰ কাষৰ কৰৈ গছবোৰো পুৰণি। পদুমমণিৰ পুৱেৰে বৈ যোৱা সুঁতিটোৰ নাম ৰূপহী সুঁতি। সুঁতিটোৰ নাম ৰূপহী; গাৱঁৰ নাম পদুমমণি কেনেকৈ হ'ল আৰু সেই নাম কেতিয়া কোনে দিছিল নাজানো। কিন্তু ৰূপহী সুঁতিৰ মাছ কাছ উভৈনদী। পিচে পঞ্চাশৰ বৰ ভূইকঁপৰ পিচৰ পৰা সুঁতিটো হেনো খণ্ডাঙ্ক হ'ল; মাছ-কাছ আগৰ দৰে নোহোৱা হ'ল। ৰূপহী সুঁতিয়ে বৰ ভূইকঁপৰ পিচৰ পৰা প্ৰত্যেক বছৰে বাৰিষা হেনো ভয়ঙ্কৰ ৰূপ ধৰি দুপাৰৰ ৰাইজক খেদি আহিবলৈ আৰম্ভ কৰিছিল। ৰাইজে পান-তামোল দি ৰূপহী সুঁতিৰ খং মাৰ নিয়াবলৈ কাকুতি-মিনতি কৰিছিল। ৰূপহী সুঁতি সৈমান নহ'ল। তাৰ পিচতেই চৰকাৰে মাথাউৰি বন্ধাৰ কাম হাতত ল'লে। ৰূপহী সুঁতিৰ ৰোষৰপৰা ৰাইজক 'ৰইখা' কৰিবলৈ দুয়ো পাৰে গঢ়ি উঠিল দুটা বিয়াগোম মাথাউৰি। আজিকালি মাথাউৰিৰ ওপৰেৰে গৰুৰ গাড়ী চলে; দূৰৰ গাৱঁৰপৰা মহৰ গাড়ী আহে। মধু মাষ্টৰে বাইচাইকেল চলাই স্কুললৈ যায়। মাথাউৰি ৰাজবাট হ'ল। গাৱঁৰ ৰাইজ মাথাউৰিৰ ওপৰেৰে ৰূপহী সুঁতিলৈ চাই চাই অহা যোৱা কৰে।

ৰূপহী সুঁতিৰ মাছৰ সোৱাদ—বৰ সোৱাদ; মাছবোৰ বৰ তেলাল আৰু মিঠা। পাৰৰ নাৰায়ণ শিমলু জোপাত বহি কৰুৱা কেইজনীমানে ৰূপহী সুঁতিৰ বুকুলৈ স্থিৰ দৃষ্টিৰে চাই থাকে। বৌ অথবা কুঢ়ি একোজনী পানীৰ ওপৰলৈ ভাঁহি উঠিলেই উৰি গৈ থপিয়াই ধৰি আনে। শিমলু জোপাত বহি চকু দুটা আৰু বুকুৰ কোমল মঙহ

অকস্মাৎ খাই পেলাই দিয়ে। গৰখীয়া ল'ৰাই বুটলি ঘৰলৈ লৈ যায়। সৰুকণ কদাইহঁতেও হেনো কুকুৰাই মৰা মাছ কেতিয়াও নাখায়। শিমলু-জোপাৰ তলৰ পৰা বুটলি নিছিল।

মোমাইদেউহঁতৰ গাৱঁৰ ওচৰত থকা বিলখনৰ নামো ৰূপহী বিল। বৰ ভুইকঁপে এইখন ৰূপহী বিলৰো হেনো ভালেখিনি ক্ষতি কৰি থৈ গ'ল। বিলখন ভালেখিনি সৰু হ'ল। আগৰ দৰে মাছ-কাছ নোহোৱা হ'ল। বৰ মোমাইদেৱে সেইখন ৰূপহী বিলৰ বৌ, বৰালীৰ কথা কৈ ভাতৰ পাতত বহি সদায় মোৰ ওচৰত বক্তৃতা দিছিল: বুইছা সোণ, এয়া কলিৰ শেষ। মাছ-কাছ সকলো হৰিল। যি আছে সেইকণো নোহোৱা হব। কলিৰ শেষত শইচ হৰিব, মৎস হৰিব ; হৰিব গছৰ ফল। ইত্যাদি।

মোমাইদেৱে কোৱাৰ দৰে কলিৰ শেষ পৰিছে নে নাই—নাজানো। কিন্তু সমাজ আজি বদলিছে। যুগ সলনি হৈছে। গণতান্ত্ৰিক ভাৰতৰ ৰাইজৰ উন্নতিৰ কাৰণে স্বাধীন চৰকাৰে বিভিন্ন পৰিকল্পনা হাতত লৈছে। অৱশ্যে সাধাৰণ শ্ৰেণীৰ মানুহখিনিৰ আৰ্থিক অৱস্থাৰ বিশেষ একো উন্নতি হোৱা নাই। কিন্তু কাঞ্চনজ্যোতি বৰুৱাৰ অখণ্ড প্ৰতাপ আজি নাই। মৌজাদাৰৰ চাবুকৰ ভয়ত ৰাইজ আজি নকঁপে। তথাপি সংগ্ৰাম কৰি জীয়াই থকা ৰাইজৰ মুখলৈ হাঁহি ঘূৰি অহা নাই। কাম কৰি খোৱা মানুহখিনিয়ে জীৱন সংগ্ৰামত জয়ী হব পৰা নাই। শ্ৰমৰ বিনিময়ত পাবলগীয়াখিনি পোৱা নাই। কিন্তু সামগ্ৰিক চেতনাবোধ আহিছে। বঞ্চিতজনেও আজি বুজি পাইছে—তেওঁ প্ৰবঞ্চিত ; প্ৰতাৰিত।

মাৰ মৃত্যুৰ খবৰ লবলৈ অহা গাৱঁৰ আৰু ওচৰ পাঁজৰৰ মানুহবোৰক দেখি মোৰ বেয়া লাগিছিল ; হতাশ হৈ পৰিছিলো। সেই ভাহানি দেখাৰ দৰে একেদৰেই আছে। মন আৰু অৱস্থাৰ কোনো সলনি হোৱা নাই। কিছু পৰিমাণে চেতনাবোধ বাঢ়িছে—

গঁচা। কিন্তু আশা কৰাতকৈ বহুত কম। গণতান্ত্রিক দেশৰ জনতাৰ এক হতাশাজনক ৰূপ।

আমাৰ খবৰ লৈকৈ অহা মানুহবোৰে কল, গাখীৰ, জহা চাউল যেয়ে যি পাৰে আনিছে। শৰাধলৈ বুলি আলু, কচু, তামোল-পান, কণা লাউ এটাকে দি গৈছেহি। একো আনিব নোৱাৰাজনো আহিছে। বৰ দেউতাক বিপদৰ সময়ত মাত এষাৰ লগাই যাব। নহলে সাত পুৰুষ নৰকত পৰিব। তেনে কাম তেওঁলোকে কৰিব নোৱাৰে।

বৰ দেউতা মানে—কাঞ্চনজ্যোতি বৰুৱা; এসময়ত সিহঁতৰ পিঠিত চাবুক মৰা অত্যাচাৰী, অহঙ্কাৰী, মৌজাদাৰ। ককাইদেউ সেইজনক ৰাইজৰ দেউতা নহয়—ডেকা দেউতা।

“বৰ দেউতাক ‘পৰণাম’ এটা কৰি যাওঁ বুলিহে আহিলো ডেকা দেউতা। দেউতা বা ক’ত আছে?”

দেউতাক দেখা কৰিবলৈ অহা প্ৰায়খিনি ৰাইজৰে সেই একেষাৰ কথা। দেউতাক ‘পৰণাম’ কৰি যাব।

: নেলাগে অ’ কান্তেশ্বৰ, দেউতাৰ গা-মন ভাল নহয়। তহঁতৰ কথা দেউতাক মই ক’ম বাৰু।

ৰাইজৰ আটাইকে ককাইদেৱে দিয়া সেই একেটাই উত্তৰ।

“এৰা, হৰতোন। এই বয়সত দেউতাই কম শোক পালে নে বাৰু? হাকিমনী আইদেউ ভাইগৰতী আছিল ডেকা দেউতা, লাইলাখ দেবী গোঁসানী আছিল। এনে লখিমী-স্বৰূপা হাকিমনী ভু-ভাৰতত আৰু নোলাব।”

কান্তেশ্বৰহঁতৰ দৰে ৰায়তখিনিয়ে সহানুভূতিত যেন কান্দিয়েই পেলাব।

মই লক্ষ্য কৰিছিলো: হাতত আলু-কচু লৈ অহা মানুহখিনিৰ অৱস্থা ভাল নহয়। তেওঁলোকৰ দিব পৰা অৱস্থা নাই। তথাপি দিছিল; আনিছিল। কিন্তু কিয়? সৌজন্যবোধ, মৰম আৰু

ভালপোৱাৰ প্ৰতিদান নে ক্ষমতালোভীৰ প্ৰতি শঙ্কিতজনৰ উপঢৌকন।

ককাইদেউ কিন্তু দেউতা নহয়। ককাইদেউ আৰু দেউতাৰ মাজত বহুত প্ৰভেদ; অনেক পাৰ্থক্য। এয়া যুগ পৰিবৰ্তনৰ প্ৰতিক্ৰিয়া নে ককাইদেউৰ সহানুভূতিশীল মন—নাজানো। তাহানি সকতে দেখিছিলো: ৰায়তবোৰে দেউতাক শ্ৰদ্ধা কৰিছিল ভয়ত। কিন্তু ককাইদেৱে ৰাইজৰপৰা আজি যি শ্ৰদ্ধা পাইছে—সেই শ্ৰদ্ধা ক্ষমতাৰ প্ৰতিপত্তিৰে আদায় কৰা শ্ৰদ্ধা নহয়, স্বতঃস্ফুৰ্ত্ত।

মই আচৰিত হৈছিলো—কেনেদৰে মানুহ ইমান পৰিবৰ্তন হ'ব পাৰে? যিজন ককাইদেৱে ধুতি পিন্ধিবলৈ লাজ পাইছিল—গাৱঁলৈ আহিবলৈ টান পাইছিল, গাৱঁৰ মানুহক মানুহ বুলি গণ্য কৰা নাছিল—সেইজন ককাইদেৱে ৰাইজৰপৰা ইমান শ্ৰদ্ধা-ভক্তি আদায় কৰিবলৈ সক্ষম হ'ল কেনেকৈ? সংস্থানহীন, গৰীব-দুখীয়া জন-সাধাৰণৰ প্ৰতি ককাইদেউৰ এয়া অন্তৰৰ সঁচা মৰম, সংবেদনশীল মনৰ তাড়ণা নে অভিনয়।

মানুহ বিচিত্ৰ। তাতকৈও বিচিত্ৰ মানুহৰ চৰিত্ৰ।

মোৰ চকু যেন মেল খাই গৈছিল। মানুহৰ সেৱা কৰিব খুজিলে, অন্তৰত সেৱাৰ মনোভাৱ থাকিলে—ৰাজনৈতিক নেতা হোৱাৰ প্ৰয়োজন নাই। নিজে নেতা হ'ব নোৱাৰি। প্ৰকৃত সেৱকৰ নেতৃত্ব মানি লৈ ৰাইজেহে নেতা গঢ়ে; নেতা বুলি মানি লয়।

চাবুকৰ শাসনতকৈ মৰমৰ শাসন বেছি শক্তিশালী। চাবুকেৰে কৰা শাসন উলঙ্ঘা কৰিব পাৰি। কিন্তু মৰমৰ শাসন উলঙ্ঘা কৰিব নোৱাৰি। মৰমেৰে কৰা শাসন সলোক ঢোলোক বুলি কোৱা কথাষাৰ সঁচা নহয় কিজানি। কাৰণ: ককাইদেৱে তাৰ প্ৰমাণ।

মাৰ সকামলৈ ককাইদেৱে কিমানক নিমন্ত্ৰণ কৰিছিল, নাজানো। কিন্তু সকামলৈ যিমান মানুহ আহিছিল—সিমানক নিশ্চয় নিমন্ত্ৰণ কৰা নাছিল।

"শুন্ ভোলা, ৰাইজক সেৱা শুশ্ৰূষা কৰিবলৈ মোৰ ক্ষমতা নাই। তথাপি মৃতকৰ ভোজ ভাতলৈ তইঁত নাহিলে জানো হব? কোন ক'ত আহ—আহিবি। গুৱা-পান এখনকে নিজে কাটি মেলি খাই যাবিহি।"

"হব হব ডেকা দেউতা, আমাৰ ৰাইজখিনিৰ কাৰণে আপুনি চিন্তা কৰিব নালাগে। চহৰৰ পৰা আহিব লগীয়া মানুহখিনিৰ কাৰণে দেউতাই চিন্তা কৰক।

"চহৰৰপৰা কোনো মানুহ নাহে ভোলা। চহৰত মোৰ চিনাকি মানুহ নোহোৱা নহয়; আছে। কিন্তু কোনো বন্ধু-বান্ধৱ নাই। গাঁৱত আছো। গাৱঁৰ মানুহখিনিহে মোৰ আপোন।"

ককাইদেৱে ৰাইজত কোৱা কথাখিনি মই দূৰৰ পৰাই শুনিছিলো।

কিন্তু সেইজন ককাইদেউৰো যে ইমান খং থাকিব পাৰে—মই ভাবিবই পৰা নাছিলো।

শ্ৰাদ্ধৰ আগদিনা ৰাতিপুৱা দহমান বাজিছিল।

চোতালৰ এচুকত বহি মই ভোঁতিয়া শ্ৰাদ্ধ-পিণ্ডৰ কাৰণে প্ৰয়োজনীয় বয়-বাহানিৰ তালিকা এখন প্ৰস্তুত কৰি আছিলো। মোৰ ওচৰতে বহি আছিল বিধি-বিধান দিয়া সদানন্দ বাপু। হঠাৎ ককাইদেউৰ তৰ্জন গৰ্জন শুনি মই উচপ খাই উঠিছিলো।

"এতিয়াই ওলাই যা। মই তোৰ কোনো মুখ শুনো।"

"অধমক এবাৰলৈ ক্ষেমক দেউতা ঈছৰ। নাজানি দোষ কৰিছিলো। আৰু নকৰো। আমি অগিয়ানী মানুহ দেউতা। বৌ মাৰিব হৰিদাস বেপাৰীয়ে নোকোৱা হলে···।"

"হৰিদাসে কলে বুলিয়েই মিলত ধান বিকিবি নে? গাৱঁৰ গৰীব দুখীয়া মানুহখিনিক বঞ্চিত কৰিবি? পাপলৈ তইঁতৰ অকণো ভয় নাই? গাৱঁৰ ৰাইজক বিকা হলে তোৰ কি লোকচানটো হ'লহেঁতেন? এতিয়া পিচে কিমান লাভ পালি?

"নাই দেউতা, গুৰৰ লাভ পকুৱাই খালে। মিললৈ জানো

কমখন দুৰ ?  এবেলাৰ বাট।  লাভৰ পইচাৰে গাড়ীৰ কেৰিয়া দিবলৈও নুজুৰিলে।  হৰিদাস বেপাৰীহে এইখন কৰিলে দেউতা।  ৰাইজক বিকা হলেও দুপইচা সৰহকৈ পালোহেঁতেন।"

"সি এটা পাষণ্ড।  বাৰী-ৰিধৱাৰ মাটি-ভেটী কাঢ়ি খোৱা মানুহ। তাৰ কথা শুনিবলৈ তোক কিহে পাইছিল ?"

"ভাল শিক্ষা হৈছে দেউতা।  ভৱিষ্যতলৈ আৰু এনে ভুল নকৰো।"

"শুন ভোগাই, ৰাইজক বিকিলে দুপইচা কম পাবি সঁচা।  কিন্তু গৰীৱ দুখীয়াৰ আশীৰ্বাদ পাবি।  আমাক মানুহহে লাগে।"

"হয়, হয়।  কেলেই নহয় আকো ?  ডেকা দেউতাই সজ কথাকে কৈছ।  পিচে দেউতা···।"

ভোগায়ে কিবা এষাৰ কব খুজি থমকি ৰৈছিল।

"কি হ'ল—নকৱ কেলেই ?"

"সকামলৈ বুলি চাউল এমুঠিমান আনিছিলো।"

"কি চাউল ?  কিমান আনিছ ?

"জহা চাউল দেউতা।  কিমাননো আনিম দেউতা—গৰীৱ দুখীয়া মানুহ।  দুই তিনি মোণমান হয় নেকি জানো।"

ভোগাইৰ কোৱা শেষ হৈছিল।  ককাইদেৱে একো নামাতিলে।

কিছু সময়ৰ মৌনতা।

মই তালিকাখন শেষ কৰাত ব্যস্ত হৈ পৰিলো।  কিন্তু কাণ দুখন সজাগ হৈ আছিল।

"তইঁতে এইবোৰ কেলেই আন-মই বুজি নাপাওঁ ভোগাই।  তইঁতক মই কি দিছো ; কি দিব পাৰিছো ?"

"তেনে কথা নকব দেউতা।  দেউতাই আমাক ভগা ঘৰটো চাই দিব নালাগে নহয়।  আমি অগিয়ানী মুৰুখ মানুহ।  দিহা-ভৰষা, বুধি-পৰামৰ্শ এটা বিচাৰি যেতিয়াই আহিছো—দেউতাই আমাক বিমুখ কৰা নাই।"

প্ৰত্যুত্তৰত ককাইদেৱে কি কৈছিল মুশুনিলো।

এয়াই আমাৰ ৰাইজ। অকণমানতে সন্তুষ্ট হোৱা ৰাইজৰ স্বভাৱ। আমি তেওঁলোকক একো দিব নালাগে। এবাৰ মৰমৰ মাত আৰু অকণমান সহানুভূতি। আমাৰপৰা সেইখিনি পালেই তেওঁলোক সন্তুষ্ট। কিন্তু আমি শিক্ষিত চামে সেইখিনিকে কৰিবলৈ টান পাওঁ।

এটা যুগৰ পিচত গাঁৱলৈ আহি দেখিছো ঃ তাহানিৰ সাধাৰণ শ্ৰেণী ৰাইজৰ আৰ্থিক উন্নতি হোৱা নাই ; সঁচা। কিন্তু দেউতাৰ সময়ত ৰাইজৰ মনত যি সন্দেহ আৰু শঙ্কা আছিল—আজি সেই সন্দেহ আৰু শঙ্কা নাই। ৰাইজৰ মনলৈ ফিৰি আহিছে প্ৰত্যয়। আজিৰ ৰাইজে তাহানিৰ দৰে নিজকে কাৰো বহলীয়া বা গোলাম বুলি নেভাবে। আত্মমৰ্য্যাদা সম্পৰ্কে সচেতন। মানুহৰ মাজত হীন দেটি নাই। সকলো মানুহ একে। এই উপলব্ধিৰ মূল্য তেনেই কম নহয়।

মাৰ কাম কাজ এদিন শেষ হৈছিল। ৰাইজে মিলি জুলি নিজে কৰি মেলি ভোজ ভাত খাইছিল। আমি মাৰ শোক পাহৰি যাবলৈ যত্ন কৰিছিলো। আমি মানে—ককাইদেউ আৰু মই। ডাঙৰ নবৌৰ শোক কৰিবলৈ যেন সময় নাছিল। তেখেত দেউতাৰ সেৱা-শুশ্ৰূষাত ব্যস্ত। এফালে ঘৰখনৰ দায়িত্ব আনফালে দেউতাৰ পৰিচৰ্য্যা। মাৰ অভাৱটো দেউতাই যাতে অকণো অনুভৱ কৰিব নোৱাৰে তাৰ বাবে নবৌ অত্যন্ত সচেতন। কিন্তু দেউতা নিৰ্বিকাৰ, মুক। মই লক্ষ্য কৰিছিলো ঃ দেউতাই যেন নবৌহঁতৰ সেৱা-শুশ্ৰূষাবোৰ ভালপোৱা নাছিল। জীয়াই থকাৰ প্ৰতি অকনো আগ্ৰহ নাই ; জীৱনটোৰ প্ৰতি বিতশ্ৰদ্ধ। কিন্তু কুঁৱৰী বৌয়ে কিবা এটা অনুৰোধ কৰিলে দেউতাই উপেক্ষা কৰিবলৈ ভাল পোৱা নাছিল। তেখেতে খাবলৈ দিলে অনিচ্ছাস্বত্বেও খায় ; শুবলৈ দিলে শোৱে। ডাঙৰ নবৌৰ অনুৰোধৰ প্ৰতি কিন্তু সিমান গুৰুত্ব নিদিয়ে।

অকল দেউতায়ে নহয় ; কুঁৱৰী বৌৰ ভাল লগা, বেয়া লগাৰ প্ৰতি ঘৰখনৰ আটায়ে সচেতন ; তৎপৰ। ককাইদেউৰ মনত কুঁৱৰী বৌ যেন এজনী সৰু ছোৱালী। জীৱনত ককায়েকৰ মৰম পোৱা নাই। দেউতাকৰ মৰম চেনেহৰ পৰাও সৰুতেই বঞ্চিতা হ'ল। বিধৱা মাকৰ একমাত্ৰ ছোৱালীজনীক দেউতাক আৰু ককায়েকৰ দায়িত্ব লৈ ককাইদেৱে এইখন ঘৰলৈ বোৱাৰী কৰি আনিছে। গতিকে কুঁৱৰী বৌৰ প্ৰতি ককাইদেউৰ এটা দায়িত্ব আছে।

আৰু নবৌ ?

নবৌৰ প্ৰত্যেক কথাতে ন-ছোৱালীহে ন-ছোৱালী। আইৰণ চেফ, আলমাৰীৰ চাবি কুঁৱৰী বৌৰ হাতত। দুপৰীয়ালৈ কি ৰান্ধিব— ৰাতিলৈ কি বজাৰ লাগিব সেই কথাও কুঁৱৰী বৌয়েহে কব লাগিব। অমুকটো কি হ'ল নবৌ (?) বুলি কিবা এটা সুধিলেও কব ঃ জানো, ন-ছোৱালীক সোধাচোন।

কুঁৱৰী বৌৰ প্ৰতি ঘৰখনৰ আটাইৰে মৰম চেনেহ দেখি ভাল লাগিছিল যদিও এটা কথা মই বুজি পোৱা নাছিলো ঃ তেখেতক ইমান গুৰুত্ব দিয়াৰ কাৰণ কি ? সেই গুৰুত্ব পাব লাগিছিল ডাঙৰ নবৌয়ে। কাৰণ ঃ তেখেত বৰ বোৱাৰী। এইখন ঘৰলৈ বোৱাৰী হৈ অহাৰ এযুগতকৈও বেছি বছৰ পাৰ হৈ গ'ল। ককাইদেউ আৰু নবৌহঁতৰ মনত কুঁৱৰী বৌ যেন বোৱাৰী নহয় ; গৃহকৰ্ত্ৰী, ঘৰৰ লখিমী।

কিন্তু ইমানখিনি আদৰ আৰু মৰম চেনেহ পায়ো কুঁৱৰী বৌ যেন সুখী হব পৰা নাছিল। মনৰ মাজত কিবা এটা জড়তা, সঙ্কোচ আৰু শঙ্কা ; চকুত বিষণ্নতা, হতাশা আৰু কিবা এটা নোপোৱাৰ বেদনা।

এই কেইদিনৰ ভিতৰতে কুঁৱৰী বৌ আৰু মোৰ মাজত গঢ়ি উঠিছিল এটা সহজ আত্মীয়তা। কিন্তু তেখেতৰ সঙ্কোচ, জড়তা আৰু বিষণ্নতাৰ আচল কাৰণটো মই উদ্ধাৰ কৰিব পৰা নাছিলো ;

আৰু সেই কাৰণেই মই শান্তি পোৱা নাছিলো। প্ৰকৃত কাৰণটো ঠাৱৰ কৰিবলৈ বহু কথাই ভাবিছিলো।

গোপন ৰোগ, স্বামীৰ অনুপস্থিতি নে মনে বিচৰাজনক নোপোৱাৰ বেদনা? কোনটো সঁচা?

সুন্দৰ স্বাস্থ্যৰ বোৱাৰী এজনীক কোনো গোপন ৰোগত ভোগা বুলি ভাবিবলৈও মোৰ টান লাগিছিল। অসুখত ভোগা হলে স্বাস্থ্য আৰু দেহ-শ্ৰী ইমান সুন্দৰ হৈ থাকিব নোৱাৰে; নাথাকে। সৰু ককাইদেউ ঘৰৰপৰা এনেদৰে আঁতৰি ফুৰাৰ কাৰণ কি বাৰু? সঁচাকৈয়ে কুঁৱৰী বৌৰ কিবা গোপন ৰোগ আছে নেকি? আনৰ ওচৰত মই ৰোগৰ কথা প্ৰকাশ কৰিব নোৱাৰি; প্ৰকাশ কৰিবলৈ লাজ লাগে? ককাইদেউ নবৌৰ ওচৰৰ পৰা আঁতৰি ফুৰাৰ কাৰণ কৰ্ম-ব্যস্ততা নে ৰুগ্না পত্নীৰ প্ৰতি বিকৰ্ষণ। নহলে সদ্য বিবাহিতা গাভৰু পত্নীৰ ওচৰৰ পৰা দূৰে দূৰে ঘূৰি ফুৰাৰ অৰ্থ কি? আৰু নহলে ককাইদেউ এনে এটা লাজ লগা বেমাৰত ভুগিছে যাৰ কাৰণে স্বামী হৈও পত্নীৰ ওচৰলৈ অহাৰ সাহস তেখেতৰ হোৱা নাই। অসুখটোৰ কথা কুঁৱৰী বৌ আৰু ডাঙৰ ককাইদেউহঁতে হয়তো জানে। সেই কাৰণেই কুঁৱৰী বৌ সুখী হব পৰা নাই; অপ্ৰকাশিত বেজাৰত জ্বলি পুৰি মৰিছে। ঘৰখনৰ আটায়ে সেইবাবেই কুঁৱৰী বৌক ইমান মৰম কৰে।

মোৰ অনুমানটোৱে সঁচা কিজানি।

বিয়াৰ আগতে তেখেতে কাৰোবাক ভালপোৱা বুলি ভবা কথাষাৰ মোৰ বিশ্বাস নহ'ল।

কিন্তু ভবা কথাবোৰ কেতিয়াবা সঁচা নহবও পাৰে।

তেন্তে কোনটো সঁচা?

ভাবি ভাবি মই একো স্থিৰ কৰিব পৰা নাছিলো। এইবোৰ কথা কুঁৱৰী বৌক সুধিব নোৱাৰি, সোধা নাযায়। সুধিলেও সঁচা কথা নকয়। বিয়াৰ আগতে আন কাৰোবাক ভাল পাইছিলো বুলি কোনো পত্নীয়ে স্বীকাৰ নকৰে।

মই অশান্ত হৈ পৰিছিলো। •আচল কাৰণটো উদ্ধাৰ কৰিব নোৱাৰালৈকে মোৰ শান্তি নাই ; শান্তি নাপাওঁ।

মোৰ ছুটী শেষ হৈ আহিছিল। ভোজ-ভাত হৈ যোৱাৰ পিচদিনা উভতি যাম বুলি ছুটীৰ বাবে তাঁৰ পঠিয়াইছিলো। কিন্তু ভোজৰ পিছদিনাও উভতি যাব নোৱাৰিলো। বাহী ভোজৰ কাৰণে আৱদ্ধ হৈ ৰ'লো। আটাইবোৰ কাম-কাজ শেষ হৈ যোৱাৰ পিচত আহিব খুজিছিলো যদিও ডাঙৰ নবৌ আৰু কুঁৱৰী বৌৰ মৰম, অনুৰোধ আৰু ঘৰখনৰ সান্নিধ্যৰ পৰা ইমান সোনকালে আঁতৰি আহিবলৈ মন যোৱা নাছিল। মোৰ উপস্থিতিয়ে মাৰ শোকটো নবৌহঁতৰ মনত বহু পৰিমাণে পাতলাই ৰাখিছিল। তদুপৰি কুঁৱৰী বৌৰ বেজাৰৰ আচল কাৰণটো উদ্ধাৰ নকৰাকৈ আঁতৰি আহিবলৈ অকণো ভাল লগা নাছিল।

: আবেলিলৈ মই যামগৈ নবৌ।

কুঁৱৰী বৌক শুনাই নবৌক কৈছিলো।

"কি কৈছা ? আবেলিলৈকে যাবা ? নোৱাৰা দেই যাব।"

কথাষাৰ কৈছিলো নবৌক। কিন্তু উত্তৰ দিছিল কুঁৱৰী বৌয়ে। নবৌয়ে মোলৈ মাথোন কেৰাহিকৈ চাইছিল। অৰ্থাৎ : ন-ছোৱালীয়ে ঠিকেই কৈছে। যাওঁ বুলি কলেই তোমাক আমি যাবলৈ দিব নোৱাৰো।

"মই গৈ সৰু 'ককাইদেউক পঠিয়াই দিবলৈ যত্ন কৰিম।" কুঁৱৰী বৌৰ মন চাবলৈ কৈছিলো।

"হৈছে—হৈছে। নালাগে কাকো পঠিয়াবলৈ। এতিয়া পঠিয়াই কি হব ? এবাৰ চাওঁ চাওঁ কৈ বৈ বৈ মা মৰিয়েই গ'ল। তথাপি নাহিল।"

কুঁৱৰী বৌৰ মাতত বিৰক্তি আৰু অভিমানৰ সুৰ।

"মাৰ অসুখৰ কথা তেখেতে গমেই পোৱা নাছিল কিজানি। ইমান সোনকালে মৰিব বুলি ভবা নাছিল চাগে।"

"থোৱা, থোৱাহে—কথা নকবা। মোক ফাঁকি দিব নালাগে। মুঠ কথা : তুমি আজি যাব নোৱাৰা বুলিছো—নোৱাৰা।"

ডাঙৰ নবৌয়ে একো নামাতিলে। অৰ্থপূৰ্ণ দৃষ্টি এটাৰে আমালৈ চাই হাঁহি হাঁহি আঁতৰি গৈছিল। দেউতাক ঔষধ খাবলৈ দিয়াৰ সময় হৈছিল।

কোঠাটোত তেতিয়া মই আৰু কুঁৱৰী বৌ।

"সৰু ককাইদেউক আপুনি মৰম নকৰে চাগে? সেই কাৰণেহে ঘৰলৈ আহিব নোখোজে।" তেখেতক জোকাবলৈ মই কৈছিলো।

"এৰা, কেচুৱা ল'ৰা দেহি। লোজেঞ্জ, বিস্কুট দি মৰম কৰিব লাগিছিল হবলা? নাহিলে নাই।" চাহৰ কাপটোত গাখীৰ কেইচামুচমান ঢালি দি কুঁৱৰী বৌয়ে কৈছিল।

"ইমান বিৰাগ দেখুৱাব নালাগে—বুইছে? মই সব বুজি পাওঁ। আচল কথা: আমুক দেখুৱাই কেটেৰ, মাৰিবা—ভিতৰি নেৰিবা বেথা। ককাইদেউ ঘৰলৈ অহাৰ কাৰণে পুৱা গধুলি কিমানবাৰ বা ভগবানক খাটিছে—কি ঠিক?"

"এৰা, মোৰ আৰু কাম নাই। হোৱা, চাহ খোৱা।"

চাহ কাপ মোলৈ আগ-ঢ়াই দি লাজ পাই কুঁৱৰী বৌ আঁতৰি গৈছিল। মই অকলশৰীয়া হৈ পৰিলো। তেনেদৰে অকলে অকলে চাহৰ চৌকাৰ ওচৰত বহি চাহ কাপ খাবলৈ মোৰ ভাল লগা নাছিল। চাহ কাপ খোৱাৰ প্ৰকৃত আনন্দটো যেন হেৰুৱাই পেলালো; তৃপ্তি পোৱা নাছিলো।

ককাইদেৰে কেনেকৈ জানিছিল নাজানো। বোধহয় কুঁৱৰী বৌয়ে কৈছিল। কিন্তু কেতিয়া কৈছিল কব নোৱাৰো। ভাত খাবলৈ বহোতে ককাইদেৰে মোক সুধিছিল: তই হেনো আজি যাব খুজিছ—হয়নে সোণ? আজিয়েই নগলে নহয় জানো?

"এক্সটেনশ্যনৰ কাৰণে তেন্তে আকৌ টেলিগ্ৰাম কৰিব লাগিব।"

"সেইটোকে কব। কেইদিনমান থাকচোন। ময়ো এফাললৈ যাবলগীয়া আছে। চৰ এলেকাৰ মানুহখিনিয়ে বোলে ৰূপহীবড়িত গণ্ডগোল কৰিছে। ৰাতি থকাকৈ নগলে মানুহবোৰক দিনত লগ পোৱা নাযায়। কামে কাজে ঘূৰি ফুৰে। পিচে ঘৰ এৰি এতিয়াৰ পৰা ৰাতি বিয়লি বাহিৰত থাকিবলৈ অসুবিধাই হব যেন পাইছো।"

মই একো নামাতিলো।

ককাইদেৰে মিছা কোৱা নাছিল। বাৰ্ধক্যৰ জড়তাত দেউতা পঙ্গু। ৰাতি বিয়লি কিবা এটা হলে নবৌহঁতক মাত এযাৰ দিবলৈও ঘৰত কোনো নাই। আগৰ দৰে দাৰোৱান, চকিদাৰ আজিকালি কোনো নাথাকে। ৰামসিং দেশলৈ যোৱাৰ বহু বছৰ হ'ল। যি গ'ল—গলেই। তাৰ পিচত আৰু ঘূৰি নাহিল। যথেষ্ট বয়সো হৈছিল। ইতিমধ্যে হয়তো মৰিল। নমৰিলেও বাৰ্ধক্যৰ কাৰণে কাম কৰাৰ ক্ষমতা হেৰুৱাই পেলাইছে। বেচেৰাৰ দুখৰ জীৱন। পুতেকে বিয়া কৰোৱাৰ পিচত ঘৈণীয়েকজনী হেনো কাৰোবাৰ লগত পলাই গ'ল। খবৰটো শুনি মোৰ হাঁহি উঠিছিল। প্ৰেমস্পদৰ লগত পলাই যাবলৈ নাৰীৰ ক্ষেত্ৰত বয়সৰ যে কোনো হেঙাৰ নাই—ৰামসিঙৰ ঘৈণীয়েকে সেইটোকে বোধহয় প্ৰমাণ কৰিব খুজিছিল।

খবৰটো শুনি হাঁহি উঠিছিল যদিও বেচেৰা ৰামসিংটোলৈ মোৰ বেয়া লাগিছিল। ৰামসিঙৰ খবৰটো শুনি টেকেলা, মহৰী কেইজনেও ভয় খাইছিল হবলা। ঘৰ এৰি বাহিৰত থাকিলে সিহঁতৰ ঘৈণীয়েকহঁতেও যদি ৰামসিঙৰ ঘৈণীয়েকৰ পন্থা অৱলম্বন কৰে? সেই ভয়তে হবলা মহৰী দুজন আৰু খাজনা আদায় কৰা কালেক্টৰ তিনিজনে দিনৰ দিনটো কাম কৰি সন্ধিয়া ঘৰলৈ উভতি যায় গৈ। খেতি-পথাৰত কাম কৰা লগুৱা দুজন আৰু গৰু-গাই চৰোৱা মানুহ এজন অৱশ্যে আছে। পিচে সিহঁতক আশা কৰিব নোৱাৰি। ৰাতি ভাত-পানী খাই বিছনাত পৰাৰ পিচত সিহঁতক জীয়া মানুহ বুলি কোৱা টান। কাণৰ কাষত ভগা টিং কোবোলেও সিহঁতে সাৰ নাপায়।

ককাইদেৱে থাকিবলৈ কলত মই ভালেই পাইছিলো। ঘৰুৱা জঞ্জালৰ কাৰণ দৰ্শাই আৰু কেইদিনমানৰ ছুটী বিচাৰি তাঁৰ এখন পঠিয়াই দিছিলো।

কুঁৱৰী বৌয়েই বোধহয় কথাষাৰ দেউতাক কৈছিল। মই আৰু কেইদিনমান ঘৰত থাকিম বুলি শুনি দেউতাই ভাল পাইছিল। নবৌয়ে জোকাইছিল: বুজিছো দিয়া, চকুলৈ চালেই মানুহৰ মন আমি বুজি পাওঁ। ন চাউনৰ এঠা বেছি হবই।

নবৌয়ে যে কুঁৱৰী বৌক উদ্দেশ্য কৰি কথাষাৰ কৈছিল মই বুজি পাইছিলো।

কিন্তু মই ভুল কৰিছিলো। গুচি আহিম বুলি সিদ্ধান্ত লোৱাৰ পিচত কেইদিনমান আকৌ ঘৰত ৰ'বলৈ মোক কিহে পাইছিল কব নোৱাৰো। সেইদিনাখনেই গুচি অহা হলে ভাল আছিল। ছুটী বঢ়াই লৈ ঘৰত নথকা হলেই তেনে এটা পৰিস্থিতিৰ উদ্ভৱ নহ'লহেঁতেন কিজানি।

আমাৰ অজ্ঞাতেই আমি কেতিয়াবা একোটা মাৰাত্মক ভুল কৰি পেলাওঁ। কিন্তু আমি তেতিয়া গম নাপাওঁ। যেতিয়া গম পাওঁ তেতিয়া আৰু শুধৰণিৰ সময় নাথাকে। অৱশ্যে ভুল বুলি জানিও আমি কেতিয়াবা ভুল কৰিবলৈ বাধ্য হওঁ। তেনে ভুলৰ সংখ্যা পিচে সৰহ নহয়। নিৰুপায় হৈ নপৰিলে মানুহে কেতিয়াও ইচ্ছাকৃতভাৱে ভুল কৰিব নোখোজে।

নিৰ্দ্দোষ হাঁহি ধেমালি ভাল। ফিট্‌কাৰীয়ে ঘোলাপানী পৰিষ্কাৰ কৰাৰ দৰে ভাৰাক্ৰান্ত মন সতেজ আৰু লঘু কৰে; জীৱনী-শক্তি বঢ়ায়, কৰ্মপ্ৰেৰণা বৃদ্ধি কৰে। কিন্তু কিছুমান হাঁহি ধেমালিয়ে গেলা ঘাৰ দৰে মন কলুষিত কৰি তোলে। সেয়া যথাৰ্থতে হাঁহি ধেমালি নহয়। হাঁহি ধেমালিৰ চলেৰে নিক্ষেপ কৰা বিষ-কাড়।

দেহৰ ঘা শুকায়; নিৰাময় কৰিব পাৰি। কিন্তু মনৰ ঘা নুশুকায়; নিৰাময় কৰিব নোৱাৰি।

ঈৰ্ষাজনিত ঠাট্টা মস্কৰাৰ পৰিণাম অতি মাৰাত্মক। তাৎপৰ্য্য বুজিব নোৱাৰিলে সেই ঠাট্টাৰ ফল হৈ পৰে অত্যন্ত বিষময়। মনৰ তৰপে তৰপে বিষাক্ত বীজাণুৰ দৰে সোমাই সুস্থ বাতাবৰণ একোটা অসুস্থ কৰি তোলে। বৰুৱা বংশৰ ঐতিহ্য লোপ পোৱাৰ ক্ষেত্ৰতো সেয়ে হৈছিল।

পিতলকে সোণ বুলি ভবা মানুহৰ অভাৱ নাই। তেনে মানুহ অকল ময়ে নহয়; আৰু বহুতো আছে।

"মই তেন্তে আহো সোণ। তই নাযাবি আকৌ। পৰহিমানে গধূলি ঘূৰি আহি পামহি।"

মূৰ জোকাৰি মই সন্মতি জনাইছিলো। অৰ্থাৎ—নাযাওঁ।

মুখ ফুটাই সুধিছিলো: কিবা কাম আছে যদি কৈ যাওঁক। পাৰিলে কৰি থবলৈ যত্ন কৰিম।

চাহ একাপ হাতত লৈ ককাইদেউক বিচাৰি সেই সময়তে নবৌ আহি কোঠাটোত সোমাইছিল। মোৰ কথাযাৰ শুনি কৈছিল: বাৰীৰ চকোৱাখন দি যাবলৈ নকয় কেলেই? গোঁসাই ঘৰটোওচোন চোৱাব পাৰে।

নবৌৰ হাতৰ পৰা চাহ কাপ লৈ ককাইদেৱে হাঁহিছিল। অৰ্থপূৰ্ণ দৃষ্টি এটাৰে মই নবৌলৈ চাইছিলো। অৰ্থ: ৰ'ব, ককাইদেউ য'ক। দিম মজা আপোনাক।

ককাইদেৱে নেদেখাকৈ মুখখন সিকটাই সোঁ হাতেৰে মোলৈ ভুকু এটা ভাঙি নবৌ আঁতৰি গৈছিল।

"হেৰা, সোণক চাহ নিদিলা দেখোন?"

"নালাগে দিয়ক খাবলৈ। সেইডালে আৰু কিমান খায়?" আঁতৰি যোৱা নবৌয়ে ভিতৰৰ পৰাই ককাইদেউৰ প্ৰশ্নৰ উত্তৰ দিছিল।

"মই এইমাত্ৰ খালো ককাইদেউ।" চমুকৈ কলো।

"খালি জানো?"

"ও।"

গাখীৰ এগিলাচ আৰু পায়স এবাটি অলপ আগতে খাই উঠিছিলো। খাবলৈ মন নাছিল। কিন্তু কুঁৱৰী বৌয়ে জোৰকৈয়ে খাবলৈ দিছিল। তথাপি মোলৈকেও চাহ এপিয়লা লৈ নবৌ যে আকৌ ওলাই আহিব—মই জানিছিলো।

মৰম মিঠা। চেনেহ প্ৰীতিয়ে জীৱন সুন্দৰ কৰে। কিন্তু অত্যাধিক মৰমে জীৱন দুৰ্ব্বহ কৰি তোলে। অপ্ৰয়োজনীয় মৰম যন্ত্ৰণাদায়ক; বিৰক্তিকৰ। মৰমেও মানুহক আমুৱায়।

কিন্তু সেই জ্ঞান তেতিয়া মোৰ নাছিল।

হঠাৎ দেউতাৰ কি খেয়াল হৈছিল—কব নোৱাৰো। তেতিয়া সন্ধিয়া হওঁ হওঁ। নবৌক মাতি নি কৈছিল: ডাঙৰ মা।

"কওঁক দেউতা।"

"এইটো কি মাহ? কিমান তাৰিখ?"

নবৌয়ে মাহ আৰু সিদিনাৰ তাৰিখটোৰ কথা কৈছিল।

"মায়েৰাৰ আজি বিবাহবাৰ্ষিকী।"

"জানো দেউতা।"

"ফুল কেইপাহমান আৰু ধূপ-ধূনা অকণমান লোৱা। ব'লা, আমি মায়েৰাৰ ওচৰৰ পৰা আহো গৈ।"

দেউতাৰ কথা শুনি নবৌয়ে ভয় খাইছিল। মুখখন শেঁতা পৰি গৈছিল। মাৰ ওচৰলৈ যোৱা মানে—দেউতাই নিশ্চয় শ্মশানলৈ যোৱাৰ কথা কৈছিল। সন্ধিয়াখন কোনো মানুহ জীয়া শ্মশান এখনলৈ যাব নোখোজে। সেয়া অহো বলিয়ালি। নবৌয়ে সেই কাৰণেই ভয় খাইছিল; শ্মশানলৈ যোৱাৰ কাৰণে নহয়। মা জীয়াই থাকোতে দেউতাই কেতিয়াও বিবাহবাৰ্ষিকী পতা নাই। তেনেস্থলত মৃত্যুৰ পিচত বিবাহবাৰ্ষিকীৰ সন্ধিয়া মৃতজনৰ সমাধিত ধূপ-ধূনা দিবলৈ যোৱাৰ অৰ্থ কি? দেউতাই নিশ্চয় মগজুৰ ভাৰসাম্য হয়তো হেৰুৱাই পেলোৱা নাই। কিন্তু মালৈ মনত পৰি চাগে চঞ্চল হৈ পৰিছে।

দেউতাৰ কথাবোৰ মযো শুনিছিলো। সেইকাৰণে দেউতাৰ ওচৰলৈ গৈ কৈছিলো: আপোনাৰ লগত মযো যাওঁনে দেউতা?

"সৰু বোৱাৰীৰ ওচৰত কোন থাকিব?"

"নবৌ থাকক।"

"ওহো, নালাগে। যোৱা মা—তুমি ওলোৱা গৈ। মোৰ লাখুটিডাল ক'ত?"

"ইমান দূৰ জানো খোজ কাঢ়ি যাব পাৰিব দেউতা?"

"পাৰিম অ'—পাৰিম। হেৰৌ, মই ইমান স্থবিৰ হৈ যোৱা নাই—নহয়। মোৰ পৰা বেছেৰীয়ে জীৱনত একোকে নাপালে।"

দেউতাৰ চকু দুটা সেমেকি পৰিছিল। তেনে অৱস্থাত যাব নালাগে বুলি আৰু হুকা বধা কৰা নেযায়। নবৌ যাব নালাগে বুলি প্ৰতিবাদ কৰাৰ সাহস মোৰ নহ'ল। কিয়নো নবৌয়েই মোৰ কথাৰ প্ৰতিবাদ কৰি কৈছিল: তুমি যাব নালাগে। দেউতাৰ লগত মই যাম।

শ্মশান মানে আচলতে সেইখন শ্মশান নহয়। ৰূপহী সুঁতিৰ পাৰৰ উলুৱনি ডৰাৰ এচুকত চিতা সাজি মাক দাহ কৰা হৈছিল। নতুন শ্মশান। সেইডৰা উলুৱনিৰ পৰা কাটি অনা খেৰেৰে আমি ঘৰ চাওঁ। আমাৰ নিজা উলুৱনি।

কুঁৱৰী বৌ আৰু মই চিন্তিত হৈ পৰিছিলো। দেউতাৰ মানসিক অৱস্থাটো উপলব্ধি কৰি মোৰ বেয়া লাগিছিল। যৌৱনতকৈও বাৰ্ধক্যত পত্নীৰ প্ৰয়োজন বেছি। যৌৱনত প্ৰয়োজন পত্নীৰ প্ৰেম; দৈহিক সান্নিধ্য। বাৰ্ধক্যত প্ৰয়োজন পত্নীৰ সখীত্ব। একাকিকত্বৰ বেদনা অসহনীয়। যৌৱনত পত্নীৰ যি প্ৰয়োজন—সেয়া দৈহিক। কিন্তু বাৰ্ধক্যৰ প্ৰয়োজন মানসিক। বাৰ্ধক্যই জীৱন দুৰ্বল আৰু অসহায় কৰি তোলে। যৌৱনৰ অফুৰন্ত শক্তি, উৎসাহ আৰু কৰ্ম্ম-প্ৰেৰণা হেৰুৱাই বাৰ্ধক্যৰ হেঁচাত সকলো মানুহ নিঃসহায় হৈ

পাৰে। বাৰ্ধক্যৰ এই করুণ নিঃসহায় অৱস্থাৰ একমাত্ৰ সঙ্গী হ'ল: পত্নী। পত্নীৰ বাহিৰে পৰিয়ালৰ আন কেৱে সেই নিঃসহায়তা দূৰ কৰিব নোৱাৰে।

দেউতাও আজি অসহায়; অকলশৰীয়া।

তেতিয়া সাজ লাগি ভাগিছিল। তাৰ বহু আগতে দেউতা আৰু নবৌ মাৰ সমাধিলৈ ওলাই গৈছিল।

ঘৰত আছিলো মাথোন আমি দুজন: মই আৰু কুঁৱৰী বৌ।

সন্ধিয়া লেম্প চাকি জ্বলাই কুঁৱৰী বৌ মোৰ ওচৰে ওচৰে ঘূৰি ফুৰিছিল। বেচেৰীয়ে চাগে ভয় খাইছিল। সাহস দিবলৈ কিবা-কিবি কথা কৈ মই তেখেতক ব্যস্ত কৈ ৰাখিছিলো। শ্মশান আৰু মৰা মানুহৰ কথা পাহৰি থাকিবলৈ কোৱা কিছুমান অপ্ৰয়োজনীয় কথা।

ঘৰত আৰু কোন আছে। দেউতাক কেতিয়া ঢুকাল? তেখেতে কিমানলৈ পঢ়িছিল? তাৰপিচত আৰু নপঢ়িলে কিয়? বিয়াৰ পিচত কেইবাৰ ঘৰলৈ গৈছিল? কেতিয়া গৈছিল? কাৰ লগত গৈছিল? কিমান দিন আছিল—ইত্যাদি।

বেচেৰীয়ে মোৰ উদ্দেশ্যটো বুজি পোৱা নাছিল। সেই কাৰণে মোৰ প্ৰত্যেকটো প্ৰশ্নৰ উত্তৰ দিয়াৰ উপৰিও মাক-দেউতাকহঁতৰ ঘৰখনৰ বিষয়ে আৰু বহুতো কথা উপযাচিয়েই কৈছিল। ঘৰখন কিমান দুখীয়া; মোমায়েকহঁতে জীয়েকক ধনীৰ ঘৰত বিয়া দিয়া কাৰণে মাকক কেনে দুৰ্ব্যৱহাৰ কৰে—ইত্যাদি।

"বুইছা বোপাই, মোৰ কাৰণে এয়া সৌভাগ্য নহয়; দুৰ্ভাগ্য।"

"দুৰ্ভাগ্য কিয়?"

"মই এইখন ঘৰৰ বোৱাৰী হোৱাৰ উপযুক্ত নহয়। দুখীয়া মানুহৰ ছোৱালী এনেকুৱা ধনী ঘৰলৈ বিয়া দিয়া অন্যায়। আমি ইমান সুখত থাকিবলৈ ভাল নাপাওঁ। ইমান বেছি মৰম চেনেহ আমাৰ ভাল নালাগে। সকৰে পৰা কষ্টত ডাঙৰ দীঘল হৈছো। কাম কৰিবলৈ নাপালে আমাৰ অশান্তি লাগে।"

"ককাইদেউ ঘৰত নাথাকে কাৰণেহে তেনেদৰে কৈছে। তেখে• থকা হলে দিন দুপৰলৈকে বিছনাৰ পৰা শুৱেই মুঠিলেহেঁতেন কিজানি।"

কুঁৱৰী বৌক জোকোৱাৰ তেনেদৰে কৈছিলো।

"বিয়া কৰোৱাৰ পিচত তোমাৰ পাট-ৰাণীক তেনেদৰে শুৱাই থবা। আমি ইমান বেলিলৈকে শুই থাকিব নোৱাৰো পাই।"

"মই বিয়াই নকৰাওঁ।"

"কেলেই? বিয়া নকৰাই সন্ন্যাসী হবা নেকি?"

"বিয়া কৰাবলৈ আপোনাৰ ভনী-চনীয়েই বোলে নাই।"

"এৰা, পৃথিৱীত ছোৱালীৰ বৰ অভাৱ দেওঁ।"

"কিন্তু আপোনাৰ দৰে ইমান ধুনীয়া ছোৱালী নিশ্চয় নাই।"

"যাঃ। আমিনো কি ধুনীয়া?"

"বাৰু, আপুনি ধুনীয়া নহয় বুজিলো। আপোনাক এটা কথা সোধোনে? বেয়া পাব নেকি?"

"বেয়া পাম কেলেই? সোধা আকৌ'।"

"বিয়াৰ আগতে আপুনি কাক ভাল পাইছিল বাৰু?

"কি ক'লা?" কুঁৱৰী বৌয়ে গৰ্জি উঠিল। মই থতমত খাই গলো।

"নহয়, মানে আপোনাক কেইজনমানে ভাল পাইছিল? আপোনাৰ প্ৰেমত পৰিছিল?"

"আমি প্ৰেম-ত্ৰেম নুবুজো পাই।"

কুঁৱৰী বৌৰ মূৰ্তি দেখি বঢ়োৱাৰ আৰু সাহস নহল।

প্ৰসঙ্গটো সলনি কৰিবলৈ কিবা এষাৰ কোৱাৰ প্ৰয়োজন অনুভৱ কৰিছিলো। কিন্তু কি কম ভাবি নাপালো। কুঁৱৰী বৌও নিমাত হৈ পৰিছিল।

"কি ভাবিছে? কথা কওঁক। নিস্তব্ধতা ভাঙি মই পুনৰ আৰম্ভ কৰিছিলো।

"কি বাঙ্কিম—তাকেই ভাবিছো। বাইদেউলৈ অপেক্ষা কৰি লাভ নাই। ভাত কেইটা ময়ে বঢ়াই দিওঁ গৈ। চাহ একাপ খাবা নেকি ?"

"খাবলৈ মন যোৱা নাইচোন। থ'ক—নালাগে। আপুনি খায় নেকি ?"

"ঘনাই চাহ খোৱা আমাৰ অভ্যাস নাই। তুমি খাবা যদি কোৱা।"

"নালাগে বৌ। অলপ পিচত ভাতকে খাম।"

"ভাতৰ চৰুত জুই দিয়াই নাই। ভাত হবলৈ পলম হব। ভোক পাইছা যদি কোৱা। কিবা জলপান অলপ বনাই দিওঁ।"

"নাই, নাই। মানে এতিয়া চাহ বা জলপান খালে—ভাত খাব নোৱাৰিম।"

"তেনেহলে যাওঁ দিয়া ; দাইলকে তুলি দিওঁ গৈ।"

"ৰ'বচোন। দেউতাহঁত আহক। সন্ধিয়াতেই ৰান্ধনী ঘৰত নোসোমালেও হব। নবৌ আহি ৰান্ধিবহি।"

"তাৰ মানে বাইদেৱে ৰান্ধিলে ভাত তৰকাৰী বেছি সোৱাদ হয়।"

"নহয়—আপুনি মিছাতে কেলেই কষ্ট কৰিব লাগে ? ক'ৰবাত হাত ভৰি পোৰক আকৌ'। আপোনাক ভাত ৰন্ধা মইচোন দেখাই নাই।"

কথাষাৰ শুনি তেখেতে মোলৈ পোন্দোৱাকৈ চাইছিল। মই ভয় খাই গৈছিলো। কিন্তু তেনেদৰে কিয় চাইছিল বুজি পোৱা নাছিলো। সেই দৃষ্টিত যেন মিহলি হৈ আছিল সন্দেহ আৰু অপমান। তাৰ পিচত তেখেতৰ কি হৈছিল কব নোৱাৰো। হঠাতেচোন ফেঁকুৰি উঠিল। মই হতভম্ব হৈ পৰিলো।

"কি হ'ল ? কান্দিছে কেলেই ?"

কুঁৱৰী বৌ নিমাত। উচুপনিত তেখেতৰ সৰ্বাঙ্গ শৰীৰ বৈ বৈ কঁপি উঠিল।

"কান্দিছে কেলেই ? মোৰে শপত—কওঁক না।"

নিৰুপায় হৈ তেখেতৰ গাত হাত বুলাই কান্দোন বন্ধ কৰিবলৈ যত্ন কৰিছিলো। কেঁচুৱা ল'ৰা-ছোৱালীক নিচুকোৱাৰ দৰে পিঠিখনত মৰমেৰে পিহি দিছিলো।

"চাওঁ গুচা, ইমান মৰম মোৰ ভাল নালাগে।"

"ঠিক আছে। মৰম নকৰো বাৰু। কওঁকচোন—কিয় কান্দিছে ?"

"মোক এনেদৰে জ্বলাই তোমালোকে কি ভাল পোৱা ? মোক মমৰ পুতলা বুলি ভাবিছা নেকি ?"

কথাষাৰ শুনি ক'পাৰফিল্ডৰ ড'ৰাজনীলৈ মনত পৰিছিল। 'মমৰ পুতলা নহলেও মাটিৰ প্ৰতিমাৰ দৰেই ধুনীয়া। তোমাৰ দেহৰ প্ৰত্যেকটো অঙ্গই শেৱালি ফুলৰ পাহিৰ দৰে কোমল।'

কব খুজিও নকলো। কিন্তু কি জগৰ লগাইছিলো—বুজি নাপাই অপ্ৰস্তুত হৈ পৰিছিলো। উচুপনিটো বন্ধ কৰিবলৈ কিবাকিবি কৈছিলো।

"কিয় ? মই কিয় ভাত ৰান্ধিব নোৱাৰো ? মই ভাত ৰান্ধিলে মোৰ কষ্ট হয় ? আৰু বাইদেউৰ ? তেখেতৰ কষ্ট নহয় ? মানুহ গৰাকীক তোমালোকে আৰু কিমান যন্ত্ৰণা দিবা ?" উচুপি উচুপি কোৱা কথা কেইষাৰত অভিযোগৰ তীব্ৰ ঝঙ্কাৰ।

"আজিৰ পৰা আপুনিয়েই ৰান্ধিব বাৰু। মই নবৌক কৈ দিম।" সান্ত্বনা দিবলৈ অসহায় সুৰত কৈছিলো।

"নালাগে—কিয় ৰান্ধিম ? এসাজ ৰান্ধিলেই দেউতাই কব: কুমলীয়া ছোৱালীজনীক কেলেই কষ্ট দিছা বোৱাৰী ? ডাঙৰ ককায়েৰাই বাইদেউক তিৰস্কাৰ কৰিব: তোমাক ইমান আৰাম লগা হ'ল নে—ইমান মানুহৰ ভাত যে ছোৱালীজনীক ৰান্ধিবলৈ দিছা ? ওচৰত মাক থকা হলে—জানো ৰান্ধিবলৈ দিলহেঁতেন ? বাইদেৱে কব: তই নালাগে 'অ' আই ! ময়ে ৰান্ধিম। আৰু মাই—"

মা—মানে আমাৰ মাৰ কথা কৈছিল। কিন্তু মাৰ বিষয়ে কি কব খুজিছিল—কব নোৱাৰো। কিয়নো উচুপনিটো ইমান বেছি হৈছিল যে তেখেতে আৰু কথা কব পৰা নাছিল।

"ইছ ৰাম্—আপুনিও যে আৰু। দেউতাই আহি দেখিলে কি ভাবিব ?"

কথাষাৰ কৈ উঠিছিলোহে মাথোন। এনেতে নঙলা মুখৰ জপনাখন খুলি দেউতা আৰু নবৌ ভিতৰলৈ সোমাই আহিছিল। উচুপনিটো বন্ধ কৰিবলৈ যত্ন কৰি লৰালৰিকৈ কুঁৱৰী বৌ আঁতৰি গ'ল।

কিন্তু যি সন্দেহ কৰিছিলো—সেয়া সঁচা নহ'ল। সঁচা হৈ পৰিছিল অন্য এটা—অত্যন্ত এষাৰ মিছা কথা। আৰু সঁচা হৈ পৰা সেই মিছা কথাষাৰৰ পৰিণাম হৈ পৰিছিল অত্যন্ত ভয়াবহ।

## ॥ বাৰ ॥

আত্ম-প্ৰৱঞ্চকবোৰ বৰ নিষ্ঠুৰ নেকি বাৰু ?

এয়া আত্ম-প্ৰৱঞ্চনা, অভিমান নে অভিশাপ ?

প্ৰত্যেকৰে জীৱনলৈ সেই দিনটো আহে নে নাই—মই কব নোৱাৰো। কিন্তু মোৰ জীৱনলৈ আহিছিল। অৱশ্যে আহিব-লগীয়া সেই দিনটোৰ কোনো নিৰ্দ্ধাৰিত চন, তাৰিখ নাই। বয়সৰ সীমাৰেখাৰেও তাক নিৰ্ণয় কৰিব নোৱাৰি। জীৱনৰ শেষ প্ৰান্তত থিয় হৈ মোৰ দৰে বহুতেই হয়তো এদিন জীৱনৰ পোৱা-নোপোৱাখিনি হিচাব কৰি চায়ঃ জীৱনত কি পালো আৰু কি হেৰুৱালো। পোৱা-নোপোৱাৰ হিচাব কৰা সকলে পোৱাখিনি একাষৰীয়াকৈ থৈ নোপোৱাখিনিৰ কাৰণে হুমুনিয়াহ কাঢ়ে। সেই-সকলৰ কাৰণে পোৱাখিনিৰ তৃপ্তিতকৈ নোপোৱাখিনিৰ বেদনা বহুত বেছি। নোপোৱাখিনিৰ কাৰণে কৰা ভুলৰ বাবে চট্‌ফট কৰে—নিজকে গৰিহণা দিয়ে। পিচে সেই ভুলৰ শুধৰণিৰ সময় তেতিয়া আৰু নাথাকে।

জীৱনৰ বেলেঞ্চ-শ্বিটখন যেতিয়াবা কাৰোবাৰ মিলিছে নে নাই—নাজানো। কিন্তু বহুতৰেই নিমিলে হবলা। লাভ-লোকচানৰ হিচাব কৰোতে বহুতৰেই ভুল হৈ যায় নেকি জানো ?

মই ফাৰ্মত চাকৰি কৰা মানুহ। ফাৰ্মৰ আয়-ব্যয়ৰ হিচাব পৰীক্ষা কৰো। চাকৰি জীৱনত অসংখ্য নহলেও বহুতো লাভ-লোকচানৰ হিচাব আৰু বেলেঞ্চ-শ্বিট মই তৈয়াৰ কৰিছো। বেলেঞ্চ-

শ্বিট কৰিয়েই জীয়াই আছো। লাভ-লোকচানৰ হিচাব উলিয়াই মাহৰ মূৰত দৰ্মহা পাওঁ। কিন্তু নিজৰ জীৱনৰো যে বেলেঞ্চ-শ্বিট এখন কৰিবলগীয়া হব—সেই কথা মই কেতিয়াও ভবাই নাছিলো।

জীৱনৰ বেলেঞ্চ-শ্বিটখন মই কোনো দিনেই নকৰিলোহেঁতেন; আৰু হয়তো প্ৰয়োজনো নহ'লহেঁতেন। অকলশৰীয়া জীৱনত বেলেঞ্চ-শ্বিটৰ প্ৰয়োজনেই বা কি?

কিন্তু অকলশৰীয়া বুলি ভাবিলেও আমি কোনো মানুহ অকলশৰীয়া নহয়। আমাৰ এখন সমাজ আছে। আত্মীয়-স্বজন নাথাকিলেও মানুহ হিচাবে সমাজখনৰ প্ৰতি আমাৰ এটা দায়িত্ব আছে। আমি সমাজৰ ওচৰত—ৰাইজৰ ওচৰত—ৰাষ্ট্ৰৰ ওচৰত দায়বদ্ধ। মই সমাজৰ ভাল কাম নকৰিব পাৰো; কিন্তু সমাজৰ অন্যায় হোৱা বেয়া কাম কৰিব নোৱাৰো। গতিকে অকলশৰীয়া, নিজকে গাইগুটীয়া বুলি ভবাজনেও কেতিয়াবা জীৱনৰ বেলেঞ্চ-শ্বিট এখন তৈয়াৰ কৰি উলিয়াবলগীয়া হয়।

এটা চহী আৰু এখন বেলেঞ্চ-শ্বিট।

এৰা, এটা চহী; এটা স্বাক্ষৰ। কেইটামান মাথোন আখৰঃ পৰাশপল্লৱ বৰুৱা।

আচৰিত!

কাঞ্চনজ্যোতি বৰুৱাৰ তৃতীয় পুত্ৰৰ নাম পৰাশজ্যোতি বৰুৱা নহয়; পৰাশপল্লৱ বৰুৱা। অথচ দেউতাৰ নামৰ প্ৰথম আখৰ আৰু শেষৰ জ্যোতি শব্দটো ককাইদেউহঁতেও লিখিছিলঃ কিঙ্কৰজ্যোতি আৰু কঙ্কণজ্যোতি বৰুৱা।

দুজন ককাইদেউৰ সাদৃশ্য থকা দুটা ভিন্ন নাম।

আৰু মই?

মোৰ নামটো কল্যাণজ্যোতি অথবা কংসজ্যোতিএতো ৰাখিব পাৰিলেহেঁতেন। কিন্তু নাখিলে; নথলে।

পৰাশজ্যোতি বৰুৱা হোৱা হলেও পৰিয়ালৰ নামবোৰৰ সৈতে

সাদৃশ্য এটা থাকিলহেঁতেন। পিচে নাথাকিল। মোৰ নামটো হৈ পৰিল এটা সম্পূৰ্ণ স্বকীয়া নাম।

কংসজ্যোতি নাম নথলেও ময়েই কিজানি বৰুৱাবংশত কংস হৈ জন্মিছিলো। কংসৰ ভাল গুণ-গৰিমা কিবা আছে নে নাই—নাজানো। মাথোঁ জানো ঃ আত্মঅহঙ্কাৰী কংস-ধ্বংসৰ প্ৰতীক।

আমাৰ নিচিনা সাধাৰণ মানুহ এজনৰ চহী একোটাৰ দামো যে ইমান বেছি হব পাৰে—মই কল্পনা কৰিবই পৰা নাছিলো।

মোৰ স্বাক্ষৰটোৰ কিয় প্ৰয়োজন হৈছিল—সেই কথা এতিয়া থ'ক।

বয়সৰ জোখেৰে জোখা দীঘল জীৱন একোটা জীৱনৰ উল্লেখযোগ্য ঘটনাৰ জোখত দীঘল নহবও পাৰে। আমাৰ জীৱনবোৰ মাথোন দিন আৰু বছৰৰ সমষ্টি নহয়; সংগ্ৰাম, সংঘাত আৰু কিছুমান ঘটনাৰ সমষ্টি। কিন্তু জীৱনৰ বিশেষ একোটা দিশৰ লগত সেই আটাইবোৰ ঘটনাৰ সম্পৰ্ক নাথাকিবও পাৰে।

বহু বছৰৰ পুৰণি ঘটনা একো একোটা কেতিয়াবা আমাৰ তেনেই নতুন নতুন যেন লাগে; যেন কেইদিনমান আগৰ ঘটনাহে। কিন্তু নতুন নহয়; বহু দিন, বহু বছৰ আনকি কেবাটাও যুগৰ আগতে ঘটি যোৱা এটা ঘটনা। তথাপি আমাৰ স্মৃতিয়েচোন পুৰণি নোহোৱাকৈ জীয়াই ৰাখে ঃ কেঁচা হৈ থাকে।

সেয়া বোধ হয় মোৰেই দুৰ্ভাগ্য।

ঘৰৰ পৰা মই কোনো দিনেই সহজভাৱে ঘূৰি আহিব পৰা নাছিলো। প্ৰত্যেকবাৰেই অপমানিত হৈ ঘূৰি যাবলগীয়া হৈছিল। বাৰে বাৰে অনুভৱ হৈছিল ঃ মই যেন অপৰাধী। ঘৰখনৰ পৰা ওলাই যাব পাৰিলেই যেন ৰক্ষা পাওঁ।

মাৰ সমাধিৰ পৰা উভতি আহি নবৌয়ে বাহিৰে বাহিৰে গা-ধোৱা ঘৰত সোমাইছিল। গাঁৱতে সাধাৰণতে গা-ধোৱা ঘৰ নাথাকে।

আমাৰো নাছিল। সকতে আমি পুখুৰীত নামি গা ধুইছিলো। কিন্তু বিয়াৰ পিচত গাঁৱত থাকিবলগীয়া হোৱা ককাইদেৱে গা-ধোৱা ঘৰ এটা সজাই লৈছিল। সেই কাৰণে মুকলি ঠাইত গা-ধোৱাৰ কথা নবৌয়ে ভাবিবই নোৱাৰে।

কুঁৱৰী বৌ মোৰ ওচৰৰ পৰা আঁতৰি আহি বাৰাণ্ডাত বহি পৰা দেউতাৰ ওচৰলৈ আগবাঢ়ি গৈছিল। মই সকাহ পোৱা যেন পাইছিলো। কাৰণ—ফেঁকুৰণি বন্ধ কৰি তেখেত সংযত হবলৈ তেতিয়া বাধ্য হৈ পৰিছিল।

"আহিলে দেউতা ?"

"এৰা মা, মায়েৰাক চাই আহিলো। বৰ শান্তিৰে শুই আছে। জীৱনত কিজানি ইমান শান্তি কোনোদিনেই পোৱা নাছিল।"

বহুতেই চকুলো টোকা দেখিছো। জীৱনত বহুতৰে কান্দোন শুনিছো। আনৰ চকুলো দেখিলে আমাৰ মনবোৰ সেমেকি পৰে। কিন্তু চকুপানীয়ে বোধহয় মানুহৰ মন সিমান সিক্ত কৰি তুলিব নোৱাৰে। চকু-পানীৰ বাহিৰেও যে মৰ্ম্মস্পৰ্শী বেদনা প্ৰকাশৰ আৰু এটা মাধ্যম আছে—সেই কথা তেতিয়ালৈকে মই বুজি পোৱা নাছিলো। গভীৰ বেদনাত বৈ আহিব খোজা চকু-পানী চেপি ৰাখি কোৱা কথাবোৰ বোধহয় চকু-পানীতকৈও আৰু বেছি হৃদয়বিদাৰক। তাতকৈ দেউতাই কন্দা হলেই ভাল আছিল কিজানি।

গা-মুখ ধুই নবৌ ওলাই আহিছিল। কুঁৱৰী বৌ তেতিয়া ৰান্ধনী ঘৰত সোমাই দেউতাৰ কাৰণে পানী তপতাইছিল। আচলতে দেউতাৰ বুকু ভঙা কথাবোৰ সহ্য কৰিব নোৱাৰি কুঁৱৰী বৌ আঁতৰি গৈছিল।

মই আচৰিত হৈছিলো।

দেউতা আৰু নবৌ মাৰ সমাধিৰ পৰা উভতি অহাৰ আগতে কুঁৱৰী বৌয়ে যে উচুপি উচুপি কান্দিছিল সেই কথা নবৌয়ে জনাৰ উপায় নাই। কিন্তু কেনেকৈ গম পাইছিল কব নোৱাৰো। তিতা

চুলিটাৰি গামোছা এখনৰে মেকুৰাই পানীবোৰ টুকি-টুকি মোৰ কোঠাটোলৈ নবৌ সোমাই আহিল।

"কি হ'ল নবৌ? মোক কিবা কব?" মই উপযাচি সুধিছিলো। অৰ্থাৎ মাৰ সমাধিলৈ গৈ কি কৰিছিল—দেউতাই কি কৈছিল—সেই বিষয়ে কয় যদি কওঁক।

"কবলৈ আৰু কিটো আছে? কিন্তু জনা বুজা ল'ৰা হৈ তুমি ইমান ভুল কৰিবা বুলি মই ভবা নাছিলো।"

"ভুল কৰিলো? মই কি ভুল কৰিলো নবৌ?" নবৌয়ে কি ভুল কৰাৰ কথা কৈছিল মই সঁচাকৈয়ে বুজি পোৱা নাছিলো।

"ছোৱালীজনীয়ে কেলেই কান্দিছিল?"

"অ' সেই কথা? আপুনি কেনেকৈ গম পালে? কুঁৱৰী বৌয়ে আপোনাক কিবা কৈছে নেকি?"

"এইবোৰ কথা কেৱে কাকো নকয়। অকণমান সময়ো তোমালোকক বিশ্বাস কৰি এৰি যাব নোৱাৰি। ছিঃ! ইমান লম্পট নে পাই?"

হঠাৎ যেন ক'ৰবাত বজ্ৰপাত হৈছিল। মই চকুৰে ধোঁৱা-কোৱা দেখিছিলো। চাৰিওফালৰ পৃথিৱীখন যেন পাক ঘূৰণি খাই অন্ধকাৰৰ মাজত বহুত তললৈ সোমাই গৈছিল।

নবৌয়ে কি কব খুজিছিল বুজিবলৈ মোৰ অকনো টান নালাগিল। ঘৃণামিশ্ৰিত সুৰত তিৰস্কাৰ কৰি কোৱা তেখেতৰ কথাষাৰেই সেই কথা মোক পৰিষ্কাৰ কৈ বুজাই দিছিল। প্ৰতিবাদ কৰি মই কব খুজিছিলো: এয়া আপুনি কি কৈছে নবৌ? ইমান ঘৃণনীয় কথা এষাৰ কেনেকৈ ভাবিব পাৰিলে? আপুনি ইমান সন্দেহশীলা নে?

কিন্তু কব নোৱাৰিলো। নকলো। কিবা এটাই যেন মোৰ নেলুত চেপি ধৰিছিল। ভিতৰৰ পৰা কোনোবাই যেন মোক কৈছিল: প্ৰতিবাদ কৰি কোনো লাভ নাই পৰাশ। সন্দেহৰ জন্ম আছে: মৃত্যু নাই। প্ৰতিবাদ কৰি সন্দেহ দূৰ কৰিব নোৱাৰি; কিন্তু বঢ়াব পাৰি। তাতকৈ বৰং মনে মনে থকাই ভাল।

নহলে প্ৰতিবাদ কৰি কোৱা কথাবোৰ দেউতাই শুনিব। বাৰাণ্ডাত বহি থকা দেউতাই মিছাটোকে সঁচা বুলি ভাবি মনত আঘাত পাব। লাজ আৰু অপমানত মই বোবা হৈ গৈছিলো।

মোৰ মূৰটো আচন্দ্ৰাই কৰি দিছিল। ওচৰৰ চকিখনত খামোচ মাৰি ধৰি তলমূৰ কৈ মই বহি পৰিছিলো। লাজত মোৰ মৰি যাওঁ মৰি যাওঁ যেন লাগিছিল। নিজৰ ওপৰতে ধিক্কাৰ জন্মিল: ছুটী লৈ ঘৰত থাকিবলৈ মোক কিহে পাইছিল?

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰো। নবৌ কেতিয়া আঁতৰি গৈছিল তাৰো খেয়াল নাছিল।

কিন্তু মই যেন ক্ৰমান্বয়ে ধৈৰ্য্য হেৰুৱাই পেলাইছিলো। বহি থকাৰ ক্ষমতা হেৰাই গৈছিল। হাত ভৰিবোৰ পুৰিছিল। জুইৰ আঙঠাই পোৱাৰ দৰে চকু দুটা জ্বলিছিল। অসহ্য যন্ত্ৰণাত মূৰটো যেন ফাটি যাব।

হঠাতে কিয় তেনেদৰে জ্বৰ-জ্বৰ লাগিছিল কব নোৱাৰো। বহাৰ পৰা উঠি গৈ দুৱাৰখন বন্ধ কৰি শুই পৰিছিলো। জ্বলি থকা লেম্পৰ ফিটাডাল কমাই দিবলৈও মোৰ ধৈৰ্য্য নহ'ল।

এয়াই বোধহয় নাৰী। যিজনী মৰমী নাৰীয়ে হাঁহি হাঁহি আমাক মৰম বিলায়—সেইজনী নাৰীয়েই অমৃত বুলি গৰল এবাটি আগবঢ়াই দিবলৈও অকনো কুণ্ঠাবোধ নকৰে। মৰমৰ চলেৰে আমাৰ বুকুত চুৰি মাৰিব পাৰে।

কথাবোৰ ভাবি ভাবি মই আৰু ভাবিব নোৱাৰা হৈ গৈছিলো। অৱশ হৈ পৰিছিলো; আৰু সেই অৱশতাই মোৰ চকু দুটা বোধহয় মুদ খুৱাই নিছিল।

কিমান সময় শুইছিলো—কব নোৱাৰো। কুঁৱৰী বৌৰ মাতত মোৰ টোপনি ভাঙি গৈছিল। দুৱাৰত টকিয়াই মোক জগাই দিছিল। ভাত খাবলৈ মাতিছিল।

সাৰ পাইছিলো যদিও উত্তৰ দিবলৈ মন যোৱা নাছিল। গতিকে মনে মনে ৰ'লো।

"তুৱাৰখন খোলাচোন বোপাই। 'অ' বোপাই।"

কুঁৱৰী বৌৰ কথাষাৰ শুনি তিঙিচ্‌কৈ খং উঠিল। আচলতে তেখেতৰ ওপৰত খং উঠাৰ কোনো যুক্তি নাছিল। খং উঠি আছিল নবৌৰ ওপৰত। কিন্তু কুঁৱৰী বৌৰ মাতষাৰ শুনি নবৌৰ ওপৰত উঠা খঙটো আন এগৰাকী নিৰাপৰাধী বোৱাৰীৰ ওপৰত জাৰিবলৈ মন গৈছিল।

'এক বড়াই ধান খায়; এক বড়াই হান খায়'—এয়েই পৃথিৱীৰ নিয়ম নেকি বাৰু? দোষ কৰে কোনোবাই আৰু শাস্তি ভোগ কৰে আন এজনে। কিন্তু সেই কথা তেতিয়া বিচাৰ কৰি চাবলৈ মোৰ ধৈৰ্য্য নাছিল। ইচ্ছা হৈছিল—কুঁৱৰী বৌক যেন গালি পাৰি খেদি দিম। কম ঃ ইয়ালৈ কি কৰিবলৈ আহিছে? আঁতৰি যাওঁক। মই ভাত নাখাই মৰি গলেও আপোনালোকৰ একো নহয়। মোৰ ওচৰলৈ আৰু কেতিয়াও নাহিব। যি বদনাম পাইছো সেয়ে আটিছে। ফেটী সাপক বিশ্বাস কৰিব পাৰি; কিন্তু আপোনালোকক বিশ্বাস কৰিব নোৱাৰি; বিশ্বাস কৰা অন্যায়—অনুচিত।

কব খুজিছিলো যদিও নকলো। বেচেৰীৰ কি দোষ?

"মই ভাত নাখাওঁ; আপোনালোকে খ'ক গৈ।" বুলি কব খুজিও ৰৈ গলো। তুৱাৰখন খুলি দিয়াৰ ইচ্ছা নাছিল। কিন্তু দেউতাই শুনিলে হুলস্থূল লগোৱাৰ ভয়ত শোৱাৰ পৰা উঠি গৈ তুৱাৰখন খুলি দিলো। নহলে হয়তো কুঁৱৰী বৌয়ে দেউতাৰ ওচৰলৈ গৈ নিশ্চয় গোচৰ দিলেহেঁতেন। মই কিয় ভাত নাখাওঁ, কি হৈছে (?) সেইলৈয়ে ঘৰখনত অনাৰ্থকত এটা হাই উৰুমিৰ স্থষ্টি কৰিব।

"উঃ ৰাম! ইমান টোপনি নে পাই? অথনিৰ পৰা ইমান চিঞৰিছো। ব'লা, ভাত দিছে।"

দুৱাৰখন খুলি দিয়াৰ লগে লগে কুঁৱৰী বৌ সোমাই আহি কৈ উঠিল। মই আকৌ বিছনাখনলৈ উভতি গৈ শুই পৰিছিলো।

"কি হ'ল? আকৌ শুলা দেখোন? বাইদেৱে ভাত বাঢ়ি থৈ আছে।"

"মই ভাত নাখাওঁ। গাটো ভাল লগা নাই।" অনুচ্চস্বৰত কৈছিলো। ভয়, ডাঙৰকৈ কলে জানোচা দেউতাই শুনি চিঞৰি উঠে: কি হ'ল তোৰ? ভাত নাখাব় কেলেই?

"গা ভাল নহয়, চাওঁ।"

কুঁৱৰী বৌ মোৰ ওচৰ চাপি আহি কপালখন চুই চাবলৈ সোঁ হাতখন আগবঢ়াই দিলে। মই সেইখেতৰ হাতখন এচাৰ মাৰি দূৰলৈ ঠেলি পঠিয়াইছিলো।

"এৰা, গাটোচোন গৰম; চাওঁ।" কুঁৱৰী বৌয়ে জোৰকৈয়ে মোৰ কপালখন চুই শিঁহৰি উঠিল।

"তোমাৰচোন জ্বৰ উঠিছে। ইমান পৰে কোৱা নাছিলা কিয়? মই বাইদেউক কওঁ গৈ ৰ'বা।"

"মিছাতে হুলস্থুলখন নকৰিব। দেউতাই শুনিলে চিঞৰ-বাখৰ লগাব।"।

"দেউতাক নকলে কেনেকৈ হব? কবই লাগিব।"

"মোৰে শপত বৌ, দেউতাক নকব। মোৰ একো হোৱা নাই। অলপ পিচতে ভাল পাই যাম। দেউতাই শুনিলে মনত অশান্তি পাব।"

বেচেৰীয়ে মনটো মাৰি পেলাইছিল। কন্দনামুৱা হৈ মোলৈ চাই আঁতৰি গ'ল। যোৱাৰ আগতে কৈ গৈছিল: বাইদেউক কওঁ গৈচোন।

কুঁৱৰী বৌ আঁতৰি গৈ পৰ্দাখনৰ আঁৰ হোৱাৰ লগে লগে মই দুৱাৰখন আকৌ বন্ধ কৰি দিছিলো। তাৰ অলপ পিচতে দুয়োজনী নবৌ আহি দুৱাৰখনত টকিয়াইছিল। দুৱাৰখন খুলি দিবলৈ

কৈছিল; বাৰে বাৰে অনুৰোধ কৰিছিল; কুতুৰিছিল। কিন্তু মই খুলি দিয়া নাছিলো। কুঁৱৰী বৌয়ে কি ভাবিছিল নাজানো। নবৌয়ে বোধহয় বুজিছিল ঃ মোৰ অভিমান ক'ত? তুৱাৰখন কিয় খুলি দিয়া নাই। নহলে হয়তো ভাবিছিল ঃ মই লাজ পাইছো। তেখেতে যি সন্দেহ কৰিছিল—সেয়া সঁচা। সেইকাৰণে তেখেতৰ সন্মুখত দ্বিতীয়বাৰ থিয় হোৱাৰ সাহস মোৰ হোৱা নাই।

লাজ পাইছিলো নে নাই—সেই কথা তেতিয়া মোৰ মনলৈ অহা নাছিল। কিন্তু নবৌৰ ওপৰত ভীষণ খং উঠিছিল। খণ্ডত অধৈৰ্য্য হৈ মই নিজকে ভোৰ-ভোৰাইছিলো ঃ কি দৰ্কাৰ! মই মৰি গলেও তোমালোকৰ একো ক্ষতি নহয়।

অৱশেষত নবৌহঁত আঁতৰি গৈছিল হবলা। কাৰণ তাৰপিচত মই আৰু তেখেত সকলৰ মাত শুনা নাছিলো। অৱশ্যে তাৰ বাহিৰে তেখেত সকলৰ আন উপায়ো নাছিল।

নাৰী আৰু পুৰুষৰ মাজত কোন বেছি বুদ্ধিমান বা বুদ্ধিমতী মই নাজানো। কিন্তু নবৌ যে মোতকৈ বেছি বুদ্ধিমতী সেই কথা স্বীকাৰ কৰিবই লাগিব।

নবৌহঁতে ভাত পানী খাইছিল নে নাই নাজানো। দেউতাৰ কথাও কব নোৱাৰো। খেতি পথাৰত কাম কৰা আৰু গৰু গাই চৰোৱা লগুৱা তিনিজনে যে খাই বৈ বহু আগতেই শুবলৈ গৈছিল মই গম পাইছিলো। তেতিয়ামানে সিহঁত চাগে গভীৰ টোপনিত লালকাল হৈ পৰিছিল। সাৰে থকা হলে সিহঁতৰ মাত-কথা, পদ-ঘোষা ভাঁহি আহি নিশ্চয় মোৰ কাণত পৰিলহেঁতেন। দেহিবামে বিছনাত শুই শুই টোপনি যোৱাৰ আগলৈকে সদায় ঘোষা একাঁকি আওৰায়। দেউতাই শুনে বুলি নিম্নস্বৰত গায় যদিও মোৰ কাণত নপৰাকৈ নাথাকে।

নবৌহঁতো বোধহয় শুইছিল। মই জোৰকৈ চকু দুটা মুদি টোপনি যাবলৈ যত্ন কৰিছিলো। কিন্তু টোপনি যোৱা আৰু নহ'ল।

সেই সময়তে বন্ধ দুৱাৰখনৰ সিপাৰৰ পৰা নবৌৰ মাত এষাৰ ভাঁহি আহি মোৰ কাণত পৰিল : বোপাই, অ, বোপাই, শুনা নেকি বোপাই ? চাওঁ, দেউতাৰ ঔষধটো উলিয়াই দিয়াচোন। ট্ৰেনকুইলাইজাৰ টেবলেট দুটামানো দিবা।

ৰক্তচাপ কমাই ৰাখিবলৈ দিনে দুবাৰকৈ দেউতাক দৰৱ খুৱাব লাগে। শোৱাৰ আগতে ৰক্তচাপৰ দৰৱৰ লগতে ট্ৰেনকুইলাইজাৰ পিল দুটা নাখালে ৰাতি দেউতাৰ টোপনি নহয়। দৰৱ খাবলৈ দেউতাই বৰ টান পায়; খাব নোখোজে। নবৌয়েঁতে জোৰকৈ খুৱাব লাগে।

সেইদিনা দৰৱ শেষ হৈছিল।

ৰাতিপুৱা চহৰলৈ যোৱা মুকুটক ঔষধ কেইটামান আনিবলৈ দিছিলো। সাধাৰণ দৰৱ এটা আনিবলৈ হলেও দহ মাইল দূৰৰ চহৰখনলৈ যাব লাগে।

ওচৰ চুবুৰীয়া ল'ৰা কেইজনৰ ভিতৰত মুকুটকে মই ভাল পাইছিলো বেছি। বিশ্বাসী আৰু দায়িত্বজ্ঞান থকা ল'ৰা। কিবা এটা কামৰ বাবে চহৰলৈ যোৱা মুকুটে আবেলি ঘূৰি আহি ঔষধ আৰু ঔষধ কিনাৰ পিচত বাকী ৰোৱা পইচা কেইটাৰে সৈতে প্ৰেছ্‌ক্ৰিপশ্যনখন মোক ওভতাই দিছিল।

ভিতৰত ব্যস্ত থকা নবৌক তেতিয়া ঔষধ আৰু ব্যৱস্থাপত্ৰখন দিব খুজিও দিব পৰা নাছিলো। নবৌয়ে কৈছিল : তোমাৰ লগতে ৰাখাচোন। মোৰ হাত লেতেৰা পিচত দিবা।

কিন্তু পিচত আৰু দিয়া নহ'ল। নবৌয়ে বোধহয় পাহৰি গৈছিল। মোৰো মনত নাছিল। ঔষধ, ব্যৱস্থাপত্ৰ আটাইবোৰ মোৰ কোঠাটোত থকা টেবুলখনৰ ওপৰতে থৈ দিছিলো।

উপায় নাছিল। দেউতাক ঔষধ দিবই লাগিব। ট্ৰেনকুইলাইজাৰ টেবলেট নাখালে দেউতাৰ টোপনি নাহে। ওবে ৰাতি চট্‌ফটাই থাকিব। ঔষধ খুৱাব নোৱাৰিলে আচল কথা ওলাই পৰিব।

'ঔষধ কিয় নাই' বুলি সুধিলেই নবৌয়ে দেউতাক সকলো কথা কৈ দিব।

বাধ্য হৈ শোৱাৰ পৰা উঠি টেবুলখনৰ ওচৰলৈ আগবাঢ়ি গৈছিলো। কিন্তু ঔষধ? ঔষধচোন নাই? কোনে নিলে?

শোৱাৰ পৰা মই উঠিছিলো বুলি নবৌয়ে গম পাইছিল হবলা।

"হোৱা, এয়া চাবি লোৱা। চেলফৰ ভিতৰত থোৱা আছে। অথনি লৰালৰি হোৱা কাৰণে নিবলৈ নহ'ল।"

চেলফৰ তলাৰ চাবি মোৰ হাতত নাই। চাবি লবলৈ দুৱাৰৰ ফুকটো খুলি হাতখন আগবঢ়াই দিলো। কিন্তু দুৱাৰৰ পাত দুচলা ঠেলি নবৌ ভিতৰলৈ সোমাই আহিল। ভাবিছিলো: তেখেতে নিজে চেলফৰ তলা খুলি দৰৱ লৈ আঁতৰি যাব।

টেবুলখন মোৰ শোৱা কোঠাত আছিল যদিও চেলফৰ ভিতৰত কি আছে—নাজানো। কেইদিনমানৰ কাৰণে ঘৰলৈ আহিছো। ক'ত কি আছে সেই বিষয়ে সোধাৰ মোৰ প্ৰয়োজন নাই। ভিতৰত কিবা প্ৰয়োজনীয় কাগজ-পত্ৰ আছে চাগে: নহলে তলা মাৰিব কিয়? সেইকাৰণে তেখেতে নিজ হাতে তলা খুলি ঔষধ নিবলৈ ভিতৰলৈ সোমাই আহিছে।

পিচে মোৰ অনুমানটো সঁচা ন'হল। নবৌয়ে সোমাই আহিয়েই ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিছিল।

খং আৰু বিৰক্তিত মই চিঞৰি সুধিলো: কি কৰে? দৰৱ লৈ ওলাই নাযায় কেলেই?

"কাৰ ওপৰত ইমান খং দেখুৱাইছা? চাওঁ—জ্বৰ এৰিছে নে নাই?"

"আঁতৰি যাওঁক; মোৰ জ্বৰ চোৱাৰ কোনো প্ৰয়োজন নাই।"

"কিয়?" বুলি নবৌয়ে জোৰকৈয়ে মোৰ কপালখন চুই চাই কৈছিল: ৰক্ষা দেওঁ; জ্বৰটো তেওঁ এৰিছে।

"ক'ত দৰৱ আছে লৈ যাওঁক। মই বৈ থাকিব নোৱাৰো।"

"আৰু যদি নাযাওঁ ?"

"মোক বিৰক্তি নকৰিব ; খং তোলাই নলব বুলি কৈছো।"

"খং তোলাই ললে কি কৰিবা ?"

"চিঞৰি দিম।

"দিয়ানা। তোমাৰ চিঞৰ শুনি দেউতা আৰু ন-ছোৱালী উঠি আহিলে ভালেহে হব। তুমিহে লাজ পাবা। মোৰ কি হব ? 'পানী খাম' বুলি ভিতৰলৈ মাতি আনি মোক জোৰকৈ আৱদ্ধ কৰি ৰাখিছা। তেনেদৰে কলে কি কৰিবা ? দেউতাই তোমাক বিশ্বাস নকৰে ; মোকহে বিশ্বাস কৰিব। তুমি দুৱাৰ খুলি নিদিয়া হলে মই কেনেকৈ ভিতৰ সোমালোহেঁতেন ?"

বন্ধ দুৱাৰখনৰ গাত পিঠিখনেৰে ভেজা দি কথাখিনি কৈ নবৌয়ে খিল্‌খিলকৈ হাঁহি উঠিল। চকুত বিজয়িনী হোৱাৰ চাৱনি।

মই বুৰ্ব্বক হৈ পৰিছিলো।

ঠিকেইতো, নবৌয়ে মিছা কোৱা নাছিল। সকলোৱে তেখেতকেই বিশ্বাস কৰিব। মোক কেৱে বিশ্বাস নকৰে ; বিশ্বাস কৰাৰ কোনো যুক্তি নাই। মোৰ কু-অভিপ্ৰায়ত নবৌয়ে বাধা দিয়া কাৰণেহে মই তেনেদৰে চিঞৰি নিজক নিৰ্দোষী বুলি প্ৰমাণ কৰিবলৈ যত্ন কৰিছো।

ইমানদিনে শুনি আহিছিলো ঃ হৰিণাৰ মাংসই বৈৰী হোৱাৰ দৰে নাৰীৰ ৰূপ আৰু যৌৱনে বিপদ মাতি আনে হেনো। কিন্তু কু-অভিপ্ৰায় লৈ ঘূৰি-ফুৰা যুৱতী নাৰীৰ কাৰণে সেই ৰূপ-যৌৱনো কেতিয়াবা সিহঁতৰ ৰক্ষা-কৱচ হৈ পৰে।

মোৰ মূৰ্খামিৰ কাৰণে নিজৰে বৰ লাজ লাগি গ'ল। কোনোবাই যেন মোৰ কাণৰ কাষত ফুচ্‌ফুচাই কৈ উঠিল ঃ তই এটা প্ৰকাণ্ড গৰু। তোৰ মূৰত একো নাই। মগজুৰ নামত এসোপা গোবৰ আছে।

মূৰ্খামি আৰু অজ্ঞতাই মানুহক বোবা কৰি পেলায় হবলা।

মোৰ বুৰ্ব্বকামিৰ কাৰণে মই তেতিয়া নিমাত হৈ গৈছিলো; মুক হৈ পৰিছিলো।

"তুমি এটা প্ৰকাণ্ড বুৰ্ব্বক। এই বয়সেলৈ তোমাৰ অকণো বুদ্ধি সুদ্ধি নহ'ল। তোমাৰ লগত ধেমালিও কৰিব নোৱাৰি পাই। ধেমালি নে সঁচা—সেই কথাও বুজি নোপোৱা। অথনি ধেমালি কৰি কোৱা কথাষাৰকে সঁচা বুলি ভাবি ভাত-পানী নাখাই শুই থাকিলা—নহয়? গাভৰু ছোৱালীজনীকো লঘোনে ৰাখিলা। বেচেৰীয়ে অথনিয়েই ভোক লগা বুলি কৈছিল।"

মই নিৰুত্তৰ হৈ ৰ'লো। মোৰ লাজো লাগিছিল—বেয়াও লাগিছিল।

অথনি নবৌয়ে তেনেহলে সঁচাকৈয়ে ধেমালিহে কৰিছিল নেকি বাৰু? কিন্তু মই কেনেকৈ জানিম? ধেমালি কৰি জানো কোনোবাই ইমান চিৰিয়াচ্‌লি এনেকুৱা অশোভনীয় কথা কব পাৰে?

"কি হ'ল? দেউতাক চিঞৰি জগাই নিদিয়া কেলেই?" উপলুঙাৰ সুৰত নবৌয়ে মোলৈ কটাক্ষ কৰি কৈ উঠিল।

"আপোনালোকে ভাত নাখালে কেলেই?" সেমেনা-সেমেনিকৈ সুধিলো।

"এৰা, ঘৰৰ কেৱে নাখায়। আমি বোৱাৰী দুজনীয়ে খাব লাগিছিল। ল'ৰাৰ কথা শুনা।"

ঘৰৰ কেৱে মানে—মই আৰু দেউতা। তাৰমানে দেউতায়ো ভাত খোৱা নাই। শ্মশানৰপৰা অহাৰ পিচত ভাত খাবলৈ দেউতাৰ মন নোযোৱাই স্বাভাৱিক। ককাইদেউ ঘৰত নাই। তাৰমানে মই খোৱা নাই কাৰণে নবৌহঁতেও ভাত নাখালে।

নিজকে বৰ জগৰীয়া জগৰীয়া যেন লাগিল।

"গা ভাল নহয় কাৰণে—খাবলৈ মোৰ মন যোৱা নাছিল। সেইকাৰণে আপোনালোকে লঘোনে থকাটো অন্যায় হৈছে। মোৰ

এতিয়াও বমি বমি লাগিয়ে আছে। ভাত খোৱা হ'লে বমি হৈ গ'লহেঁতেন।

কৈফিয়ৎ দিয়াৰ সুৰত কথা কেইষাৰ কৈ তলমূৰ কৈ ৰ'লো।

"ফিকা চাহ একাপ খাবা নেকি? আদা আৰু তেজপাত দি বনাই দিম। কিজানি ভাল লাগে বা।"

"খাবলৈ মন যোৱা নাই। কিন্তু আপোনালোকে ভাত খায় যদি চাহ আধা কাপমান খাব পাৰো।"

মোৰ চৰ্ততটো শুনি নবৌয়ে একো নামাতিলে। অকণমান সময় মনে মনে ৰ'ল।

"তাই শুলেই চাগে। খাবলৈ আচলতে মোৰ মন যোৱা নাই। তাইৰ কাৰণেহে বেয়া লাগিছে। কুমলীয়া ছোৱালী দেহি।"

"জগালে নুঠিব নে?" সহজভাৱে সুধিছিলো।

"উঠিব। কিন্তু তাইক জগাবলৈ গলে দেউতাই সাৰ পাই বা?"

নবৌৰ কথাত কোনো সিদ্ধান্ত লব নোৱাৰাৰ সুৰ এটা বাজি উঠিছিল।

দেউতাৰ শোৱনি কোঠাটোৰ ওচৰৰ কোঠাটোয়ে কুৱৰী বৌৰ শোৱনি কোঠা। ৰাতি বিয়লি প্ৰয়োজন হলে যাতে দেউতাৰ আল-পৈচান ধৰিব পাৰে সেই কাৰণে কুঁৱৰী বৌয়ে নিজেই সেই কোঠাটোত শুবলৈ লৈছিল।

নবৌয়ে কলতহে ময়ো কথাষাৰ ভাবি চাইছিলো: কুঁৱৰী বৌক জগাবলৈ গলে দেউতাই সাৰ পাব। এবাৰ টোপনি ভাঙি গলে তাৰপিচত আৰু টোপনি নাহে।

সেয়া দেউতাৰ দোষ নহয়; বয়সৰ ধৰ্ম। ৰাতি টোপনি নহলে তেখেতৰ ভীষণ শাস্তি হয়। ডায়েবেটিচ্ থকা কাৰণে বাৰে বাৰে শোৱাৰ পৰা উঠি বাহিৰলৈ যাব লাগে।

মই অসহায় ভাৱে নবৌৰ চকুলৈ চাই ৰ'লো। অৰ্থাৎ: কি কৰিব? কুঁৱৰী বৌক জগোৱা উচিত হব জানো?

"থ'ক দিয়া, এসাজ নাখালে একো নহয়। অলপ কষ্ট পাব আৰু। কিন্তু জগাবলৈ গলে তাইতকৈ দেউতাৰ কষ্ট হব বেছি। পিচে তোমালৈ চাহ একাপ আনোগৈ নে ?"

নবৌৰ যুক্তিটো মোৰো মনত লাগিছিল।

চাহ একাপৰ প্ৰয়োজন সঁচাকৈয়ে বৰকৈ অনুভৱ কৰিছিলো। কিন্তু বেচেৰীক আমনি দিবলৈ ভাল নালাগিল।

"নালাগে নবৌ। মূৰটো ভীষণ কামুৰিছে। কিবা খালেই বমি হৈ যাব। আপোনালোকে ভাত খাব বুলি ভাবিহে চাহ আধা কাপ খাম বুলি কৈছিলো।" মিছাকৈয়ে কলো।

নবৌয়ে সেইটোক সঁচা বুলি ভাবিছিল।

"তেনেহলে খাব নালাগে, থ'ক। গৰম পানী এচৰিয়া আনোগৈ ৰ'বা। কুহুমীয়া পানীৰে ভৰি হাতবোৰ ধুৱাই দিলে ভাল পাবা।"

দুৱাৰখন খুলি যাবলৈ ওলাই তেখেত আকৌ থমকি ৰ'ল। মোলৈ চাই সঁকিয়াই দিছিল: দুৱাৰখন বন্ধ নকৰিবা আকো'।

আমনি দিয়াৰ ইচ্ছা নাছিল কাৰণেই চাহ কাপকে নাখাওঁ বুলি কৈছিলো। অথচ সেই সময়ত মোৰ কাৰণে চাহ একাপৰেই প্ৰয়োজন আছিল বেছি।

"মিছাতে গৰম পানী চানি কৰিব নালাগে। ভৰি হাত নোধোওঁ। মই এতিয়া শুই থাকিম।"

বিৰক্তিৰ সুৰত কোৱা কথাষাৰ শুনি নবৌয়ে মোৰ মুখলৈ চাইছিল। অনুনয়ৰ সুৰত পুনৰ দোহাৰিছিল: ভৰি-হাতবোৰ ধুলে ভাল লাগিলহেঁতেন।

"মোক আৰু দিগ্‌দাৰিখন নিদিব। দেউতাৰ ঔষধ ক'ত লৈ আপুনি য'ক গৈ।"

মোৰ কথাষাৰ কোৱাৰ শেষ হোৱাৰ আগতেই মিচিকিয়াই হাঁহি দুৱাৰখনৰ ওচৰৰ পৰা নবৌ মোৰ ওচৰলৈ আগবাঢ়ি আহিছিল।

তেনেদৰে কিয় হাঁহিছিল—মই বুজি পোৱা নাছিলো। কিন্তু পিচ মুহূৰ্ত্ততে মোৰ ভুলটো বুজিব পাৰি ভীষণ লাজ পাইছিলো। মই আকৌ বুৰ্ব্বক হৈ পৰিছিলো।

"দৰৱ নাখালে দেউতা টোপনি যোৱা—কেতিয়াবা দেখিছা নেকি ?" সুধিছিল যদিও মোৰ পৰা তেখেতে প্ৰত্যুত্তৰ বিচৰা নাছিল। তেনেদৰে সোধাৰ অৰ্থ আছিল বেলেগ। প্ৰশ্নটোৰ অন্তৰ্নিহিত অৰ্থটো মই বুজিছিলো। অৰ্থাৎ: দৰৱ খুৱাবলৈ দেউতাক যদি জগাবই লাগে তেন্তে ন-ছোৱালীক জগোৱাত আপত্তি কি ?

মোৰ অসহায় অৱস্থাটো উপলব্ধি কৰিয়ে হবলা প্ৰসঙ্গটো সলনি কৰাৰ উদ্দেশ্যেৰে নবৌয়ে লৰালৰিকৈ কৈ উঠিল: তুমি শোৱা-চোন। কপালখন অকণমান পিটিকি দিওঁ।

প্ৰতিবাদ কৰাৰ মোৰ আৰু সাহস নহ'ল।

বিছনাখনৰ ওচৰলৈ গৈ শুই পৰিছিলো। নবৌয়ে লেম্পটো সুমাই মোৰ ওচৰতে বহি পৰিল। তাৰ পিচত কপালখন আলফুলকৈ পিটিকি দিছিল। চুলিৰ মাজে মাজে আঙুলি বুলাই চুলিবোৰ মৃদু-ভাৱে খামুচি ধৰিছিল। টোপনি যাব নোখোজা কেচুৱা ল'ৰা-ছোৱালীবোৰক টোপনি নিয়াবলৈ মাকবোৰে যত্ন কৰাৰ দৰে মূৰটো পিলিখি আছিল।

সঁচাকৈয়ে মই ভালেখিনি আৰাম বোধ কৰিছিলো। কিন্তু টোপনি যাব পৰা নাছিলো। কাৰণ নবৌ আঁতৰি যোৱাৰ পিচত দুৱাৰখন বন্ধ কৰিবলৈ শোৱাৰ পৰা আকৌ এবাৰ উঠিবই লাগিব।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল—কব নোৱাৰো। কিন্তু ৰাতি ভালেমান হৈছিল। মোৰ চকুৰ পতা দুটা ক্ৰমান্বয়ে গধুৰ হৈ আহিছিল।

"মই যথেষ্ট ভাল পাইছো। আপুনি য'ক—শোৱক গৈ নবৌ। ৰাতি ভালেমান হ'ল হবলা।" নবৌ উঠি যাব নোখোজা কাৰণে অৱশেষত মই নিজে কবলৈ বাধ্য হৈছিলো।

"তুমি টোপনি যোৱাচোন বাৰু। মোৰ কথা ভাবিব নেলাগে। আচলতে শুবলৈ·········।" আধা কোৱা কৈ নবৌ বৈ গৈছিল।

তাৰ পিচত বহু সময়ৰ নীৰৱতা।

কব খুজি বৈ যোৱা নবৌৰ কথাষাৰ শুনিবলৈ মই অপেক্ষা কৰি ৰ'লো। ভাবিছিলো—কিবা কাৰণত আধা কোৱাকৈ বৈ যোৱা নবৌয়ে আকৌ কথা কব। কথাষাৰ সম্পূৰ্ণ কৈ কব।

কিন্তু নকলে।

"কি কব খুজিছিল? নকলে দেখোন!" নীৰৱতা ভাঙি সুধিবলৈ মই বাধ্য হৈ পৰিছিলো।

"একো নহয় দিয়া—তুমি টোপনি যোৱা।"

কোনোবাই কিবা কব খুজি নোকোৱা কৈ বৈ গলে মই বৰ অশান্তি পাওঁ। নকলে নাই। কিন্তু কব খুজি নকলে—মনটো কৌতূহলী হৈ পৰে। সেইকাৰণে নবৌয়ে কব খুজিও নোকোৱা কথাষাৰ শুনিবলৈ মই ব্যগ্ৰ হৈ পৰিছিলো। কি কব খুজিছিল—শেষকৈ কবলৈ কৈছিলো।

"বাদ দিয়া। এতিয়া থ'কচোন। সেইবোৰ কথা ৰাতি কবলৈ নাপায়। নশুনাই ভাল।" এৰাই যাবলৈ যত্ন কৰি নবৌয়ো কোৱা কথাষাৰে মোৰ কৌতূহলটো আৰু বঢ়াই তুলিছিল।

"তেনেহলে কব খুজিছিল কেলেই? কথাষাৰ উলিয়াবই নালাগিছিল। শেষকৈ নুশুনালৈকে মোৰ টোপনিয়ে নাহিব।"

"ৰাতি ভয় খালে—মোৰ গাত দোষ নাই তেনেহলে।"

"কওঁক—মই ভয় নাখাওঁ। ভূত বা সাপৰ কথা কলেও মই ভয় নকৰো।"

"অকলে শুবলৈ যাবলে'—মানে শ্মশানখনৰপৰা অহাৰ পিচ'ৰ পৰা ··· ···।"

"ভয় ভয় লাগি আছে—নহয় জানো? নবৌয়ে শেষ কৈ কোৱা'ৰ আগতে মই কৈ উঠিলো।

"নালাগিব নেকি ?"

"কুঁৱৰী বৌৰ লগত শুই নাথাকিল কেলেই ?

"অ' ভাল কৈছা। তায়ো তেহে ভয় খাওঁক।"

মই একো নামাতিলো। কম নেকি : ইয়াতে শুই থাকক। মই আপোনাৰ ওচৰতে চকিখনত বহি থাকিম।

কিন্তু ভাবিছিলো, যদিও নকলো সুধিলো : তেন্তে কি কৰিব ?

"মোৰ কথা ভাবিব নালাগে। তুমি শুই থাকা। আজি বেছ গৰম পৰিছে ; নহয় ? তুমি গৰম পোৱা নাই ?"

কথাষাৰ কৈ নবৌয়ে গাৰ ব্লাউজটো খুলি ওচৰতে থকা টেবুলখনৰ ওপৰলৈ দলি মাৰি দি চাদৰখন বোধহয় ভালকৈ লৈছিল। এন্ধাৰত মই ভালদৰে মনিব পৰা নাছিলো।

নবৌৰ কিয় ইমান গৰম লাগিছিল—নাজানো। ঠাণ্ডা নাই ; কমিছে। কিন্তু গাৰ কাপোৰ খুলিবলগীয়া গৰম পৰা নাই। ৰাতি লেপ লৈ শুব নোৱাৰি। লেপ ললে গৰম লাগে ; নললেও চেঁচাত টোপনি নাহে।

সঁচাকৈয়ে তেখেতে অকলে শুবলৈ ভয় খাইছিল নে মোৰ গা ভাল নহয় কাৰণে তেনেদৰে ফাঁকি দিছিল—কব নোৱাৰো। নহলে হয়তোবা সন্ধিয়াৰ ঘটনাটোৰ কাৰণে, মই বেয়া পাইছো বুলি ভাবি ভালৰি লগাবলৈ যত্ন কৰিছিল।

মৰম ভাল। কিন্তু মৰমৰ অত্যাচাৰ বৰ পীড়াদায়ক। নবো তেনেদৰে উজাগৰে বহি থাকিবলগীয়া হোৱা কাৰণে মই অস্বস্তি অনুভৱ কৰিছিলো। ইমান স্বাৰ্থপৰ হবলৈ মোৰ ভাল লগা নাছিল। চুলিৰ মাজে মাজে বুলাই দিয়া মৰমৰ হাত বুলনি বৰ মিঠা ; তৃপ্তি-দায়ক। কিন্তু মোৰ তৃপ্তিৰ কাৰণে উজাগৰে বহি থাকিবলগীয়া হোৱা নবৌৰ কথা ভাবিহে অশান্তি লাগিছিল।

মুহূৰ্ত্তবোৰ আগবাঢ়ি গৈছিল।

"বোপাই।"

"হু।"

"টোপনি আহিল ?"

"ওহো।"

"কিন্তু তোমালোক ইমান নিষ্ঠুৰ কিয় বাৰু ?"

নবৌৰ প্ৰশ্ন শুনি মই থত্‌মত্‌ খাই গৈছিলো। বহু কথা মনলৈ আহিছিল। মুহূৰ্ত্তৰ ভিতৰতে বহুত কিবা কিবি কথাবোৰ ভাবিছিলো। তেনেদৰে কোৱাৰ অৰ্থ কি ? কি কাৰণ হব পাৰে বাৰু ? বেচেৰীয়ে চাগে বহি থাকি আমনি পাইছিল। টোপনিয়ে ছুচকুৰ পতা ছুটা টানি নিছিল। তথাপি তেখেতক মই শুবলৈ কোৱা নাই। অথচ মই নিজে আৰামত শুই আছো।

প্ৰকৃত কাৰণ কি হব পাৰে—মই ভাবি উলিয়াব পৰা নাছিলো। উত্তৰত কিবা এষাৰ কোৱা প্ৰয়োজন। কিন্তু কি কম ভাবি নাপালো।

"তোমালোকে আটায়ে স্বাৰ্থপৰ। কেৱে মোৰ ছুৰাৱস্থাৰ কথাটো এবাৰো ভাবি নাচালা ঃ ভৱিষ্যতে মোৰ কি হব—একমাত্ৰ ভগবানেহে জানে। অন্ধকাৰ ভৱিষ্যতটোৰ কথা ভাবি ভয়ত মই শিহৰি উঠো। যন্ত্ৰণাত চিঞৰি দিবলৈ মন যায়। ভাৱ হয়ঃ সহস্ৰ পোকে মোক দংশন কৰিবলৈ যেন চাৰিওফালৰ পৰা বেঢ়ি ধৰিছে। তেতিয়া মোৰ উশাহ বন্ধ হৈ যাব খোজে। মই আস্থিৰ হৈ পৰো।..."

একে উশাহে ইমানবোৰ কথা কৈ নবৌৰ বোধহয় ভাগৰ লাগিছিল।

"আপুনি কি কব খুজিছে—মই বুজি পোৱা নাই নবৌ।" সুধিছিলো। তেখেতে কি কব খুজিছিল সঁচাকৈয়ে মই বুজি পোৱা নাছিলো।

"এৰা, কেৱে নুবুজে। আচলতে সকলোৱে বুজে; বুজি পায়। কিন্তু বুজিও—নুবুজাৰ, জানিও নজনাৰ ভাওঁ জোৰে; অভিনয় কৰে। সেইটোয়ে মোৰ ছুখ।"

"আপোনাৰে শপত নবৌ ঃ মই সঁচাকৈয়ে একো বুজি পোৱা নাই।"

"তুমিও জানা, কেইমাহমান পিচত এইখন ঘৰলৈ এজন অকণমানি আলহী আহিব। এটা নতুন শিশুৰ জন্ম হব। মই বেয়া পোৱা নাই। ৰুণী মাক হব। ৰুণীৰ কাৰণে সেয়া গৌৰৱৰ কথা, আনন্দৰ কথা। কিন্তু মই? বন্ধ্যাত্বৰ কলঙ্ক লৈ মই হৈ পৰমি অৱজ্ঞা, অৱহেলা আৰু ঘৃণাৰ পাত্ৰী। ঘৰখনৰ আটায়ে মোক তুচ্চ-তাচ্চিল্য কৰিব। বোৱাৰীয়ে মোলৈ হয়তো তেতিয়া পুতৌৰ চকুৰে চাব। কিন্তু মই কাৰো অনুকম্পা সহ্য কৰিব নোৱাৰিম। মই নোৱাৰো।"

কথাবোৰ কৈ নবৌ উত্তেজিতা হৈ পৰিছিল। মোৰ অস্তিত্বৰ কথা বোধহয় পাহৰি গৈছিল। দুয়োখন হাতেৰে মোৰ ডিঙিত সাৰটি ধৰি বিহ্বলা হৈ পৰিছিল; যেন প্ৰৱল বন্যাত উটি যাব খোজা এজনী নাৰীয়ে অকণমান আশ্ৰয় বিচাৰিছে; বিচাৰিছে জীৱনৰ নিৰাপত্তা। গাৰ চাদৰখন পিচলি যোৱা এটা নিৰাভৰণ নাৰীদেহৰ কোমল স্পৰ্শত মই উন্মনা হৈ পৰিছিলো কিজানি।

"হুচিয়াৰ।"

সিন্ধি খান্দি ঘৰৰ ভিতৰলৈ সোমাব খুজি প্ৰহৰীৰ কৰ্কশ হুঙ্কাৰত হঠাতে উচপ্ খাই উঠা চোৰৰ দৰে মই সতৰ্ক হৈ পৰিছিলো। কোনোবাই যেন মোক কাণে কাণে কৈছিলঃ এয়া প্ৰলোভন, অগ্নি-পৰীক্ষা। সন্ধিয়াৰ কথাষাৰ সঁচা বুলি প্ৰমাণ কৰাৰ অভিসন্ধিক সফল কৰি তোলাৰ সুযোগ নিদিবা। এয়া ষড়যন্ত্ৰ।

"নবৌ।"

অসহায় সুৰত মোৰ মুখেৰে ওলাই অহা 'নবৌ' সম্বোধনটো তেখেতৰ বোধহয় কাণত পৰা নাছিল। সেই শব্দটোৱে আমাৰ মাজৰ সম্পৰ্কটো বুজাবলৈ মই যত্ন কৰিছিলো। বৌ আৰু দেওঁৰঃ মাতৃ আৰু পুত্ৰ। উভয়ৰ মাজত কোনো পাৰ্থক্য নাই। কিন্তু নবৌ তেতিয়া নবৌ হৈ নাছিল। সাপৰ দৰে মোক মেৰুৱাই ধৰি উন্মত্তৰ দৰে গালে মুখে চুমা খাইছিল।

"আপুনি মিছাতে ভয় খাইছে নবৌ। আপোনাক কোনে তুচ্চ-

তাচ্ছিল্য নকৰে। আপোনাৰ ভৱিষ্যতৰ সংশয় নিৰৰ্থক। মোক আপোনাৰ সন্তান বুলি ভাবিবলৈ যত্ন নকৰে কিয়? আপুনি মোৰ মা।"

ইমানবোৰ কথা একে লেঠাৰিয়ে কেনেকৈ কৈছিলো—মই নিজেই নাজানো। কিন্তু অজ্ঞাতেই মোৰ মুখেৰে ওলাই আহিছিল।

নবৌৰ হঠাতে কি হৈছিল জানো—কব নোৱাৰো। কোব খোৱা ফেটী সাপ এটাৰ দৰে ফেট ধৰি উঠিল। ঘিণ লগা কিবা এটা হাতত লগাৰ দৰে মোক এচাৰ মাৰি আঁতৰাই পঠিয়াই শোৱাৰ পৰা একেজাপে উঠি বহিছিল। ক্ষুব্ধা বাঘিনীৰ দৰে শ্লেষ আৰু তাচ্ছিল্যৰ সুৰত কৈছিল: চুপ্ থাকা। বাঃ—মা! মই কাৰো মা নহয়—মোৰ কোনো সন্তান নাই। পত্নী হব নোৱাৰিলে কাৰো মা হব নোৱাৰি। মই মা? কাৰণ: মোৰ যথেষ্ট বয়স হৈছে। যৌৱন থাকিলেও মোৰ দেহৰ কোনো দাম নাই। কিন্তু তুমি অস্বীকাৰ কৰিব পাৰিবা—এইখন ঘৰলৈ আহিবলগীয়া শিশুটো তোমাৰ সন্তান নহয়?

"নবৌ।" মই চিঞৰি উঠিছিলো।

মোৰ মূৰটো বোধহয় ঘূৰিছিল। ভূইকঁপৰ জোকাৰণিত পৃথিবীখন যেন ওলট-পালট হৈ গৈছিল।

তাৰ পিচত কি হৈছিল—কিমান সময় পাৰ হৈ গৈছিল—কব নোৱাৰো। কোঠাটোৰ পৰা নবৌ কেতিয়া আঁতৰি গৈছিল—নাজানো।

ৰাতি পুৱাবলৈ তেতিয়া বোধহয় আৰু বেছি সময় নাছিল। ৰাতিৰ এন্ধাৰে উমনি দিয়ে এটা নতুন পুৱাৰ; জন্ম দিয়ে এটা নতুন দিনৰ। কিন্তু সেই ৰাতি পুৱাবোৰৰ আটাইবোৰেই ৰ'দ জিলিমিল—স্বৰ্ণোজ্জ্বল হব বুলি আশা কৰিব নোৱাৰি। কোনোবাটো ৰাতিপুৱা মেঘাচ্ছন্নও হব পাৰে। তথাপি সেয়া অন্ধকাৰ ৰাতি নহয়; শেঁতা, ম্লান, অনুজ্জ্বল এটা নতুন দিন; নতুন ৰাতিপুৱা।

শেষ নিশাৰ প্ৰত্যেকটো মুহূৰ্ত্তই যেন মোক কাঁইটে বিন্ধাৰ দৰে

বিদ্ধিছিল। ইতিকিং কৰি কৈছিল : ছুটা বঢ়াই আৰু নলব নে? কি বিচাৰিছিল? কিন্তু পালি কি? এইখন ঘৰলৈ তই জানো আৰু কাহানিবা ফিৰি আহিব পাৰিবি? তই যদি মানুহ হব— এতিয়াই পলা। কোনো দিনেই এইখন ঘৰলৈ আৰু ঘূৰি নাহিবি; অহা অনুচিত। এজনী ফুল কুমলীয়া বোৱাৰীৰ জীৱন ধ্বংস কৰাৰ তোৰ কোনো অধিকাৰ নাই।

অসহ্য গৰম লাগিছিল।

খিৰিকি এখন খুলি দিব খুজি থককি ৰলো।

বিতশ্ৰদ্ধাত মনটো ভৰি পৰিল। কিন্তু কাৰ প্ৰতি এই বিত-শ্ৰদ্ধা—মই নিজেই নাজানো।

বাৰীৰ চকুৰ্ব কদম জোপাত বাঁহ লোৱা বুঢ়া হুদুটোয়ে কৰ্কশ মাতেৰে তেতিয়া কাৰোবাক বোধহয় শাওঁপাত দিছিল।

## ॥ তেৰ ॥

মই ইমান নিষ্ঠুৰ নাছিলো। আৰু কেতিয়াবা ইমান নিষ্ঠুৰ হব পাৰিম বুলি ভবাও নাছিলো। হৃদয়হীন, পাষাণ হব নোৱাৰিলে মানুহ কতিয়াও ইমান কঠোৰ হব নোৱাৰে। কিন্তু হিংস্ৰ বাঘৰ দৰে মই কেনেকৈ ইমান নিষ্ঠুৰ হৈ পৰিছিলো—অমানুহ হৈ যাব পৰিছিলো— কব নোৱাৰো; আৰু মোৰ সেই জঘন্যতম নিষ্ঠুৰতাই এজনী ফুল কোমল বোৱাৰীৰ সৰ্ব্বনাশ মাতি আনিছিল। ধ্বংস কৰি পেলাইছিল এটা জীৱন। ওহো, এটা নহয়। এটা এটাকৈ কেবাটাও জীৱন, এখন ঘৰ, এটা বংশ। নিঃচিহ্ন হৈ গৈছিল বৰুৱা বংশৰ ঐতিহ্য: যিজন কাঞ্চনজ্যোতি বৰুৱাৰ ভয়ত বাঘে-চাগে একে ঘাটতে পানী খাইছিল—সেইজন কাঞ্চনজ্যোতি বৰুৱাৰ এটা প্ৰতাপী পৰিয়াল।

মই এটা ধুমকেতু; বৰুৱা বংশৰ কলঙ্ক। এটা বংশৰ হেজাৰ অশৰীৰী আত্মাৰ অভিসম্পাত মূৰ পাতি লৈ মই আজি বলিয়া কুকুৰৰ দৰে চটফটাই ফুৰিছো। জীৱনত মই যি ডাঙৰ ভুল কৰিছো তাৰ কোনো শুধৰণি নাই; প্ৰায়চিত্ত নাই।

নৰক বুলি যদি সঁচাকৈয়ে অন্ধকাৰ ঠাই এডোখৰ আছে—হিন্দু-ধৰ্ম্মৰ সকিয়ানি সঁচা—তেন্তে মৃত্যুৰ পিচত মই যুগ যুগ ধৰি অনন্ত নৰকত পচি মৰিম। সেই ৰ-ৰৈ নৰকৰপৰা কোনোদিনেই মোৰ মুক্তি নহব; মুক্তি নাই।

কোনে জানো কৈছিল: এ বেষ্ট্‌চেলৰ লিভচ্ লাইক এ কিং— বাট ডাইজ লাইক এ ডগ।

মোৰ যদি কুকুৰৰ দৰে মৃত্যু হয় তেন্তে সেই মৃত্যুও মোৰ কাৰণে বহুত ভাল। নিজকে মই সৌভাগ্যবান বুলি ভাবিম। কিন্তু মই নিশ্চিত ঃ পোকে খোৱা বলিয়া কুকুৰৰ মৃত্যুতকৈও মোৰ মৃত্যু হব আৰু বেছি যন্ত্ৰণাদায়ক, ঘৃণনীয় আৰু জঘন্য। কাৰণ ঃ ইমানবোৰ অশৰীৰী আত্মাৰ অভিসম্পাত কেতিয়াও অথলে নাযায়।

এতিয়াহে উপলব্ধি কৰিছো ঃ এজনৰ অকণমান এটা ভুলে—এটা জীৱন, এখন ঘৰ, অথবা অকল এটা বংশই নহয়—এটা জাতি, এখন দেশৰো সৰ্ব্বনাশ কৰিব পাৰে ; পতন ঘটাব পাৰে।

বুজি পোৱা বুলি ভবা আৰু উপলব্ধি কৰা—দুটা সুকীয়া কথা।

কেতিয়াবা কেতিয়াবা আমি এনে একোটা ডাঙৰ ভুল কৰি পেলাও যে সেই ভুলৰ পৰিণাম হৈ পৰে সুদূৰপ্ৰসাৰী। শুধৰণিৰ সময় পাৰ হৈ যোৱাৰ পিচত সেই ভুলৰ প্ৰায়চিত্ত কৰাৰ আৰু উপায় নাথাকে। শত সহস্ৰ স্বৰ্ণমুদ্ৰা—লেখি শেষ কৰিব নোৱাৰা ঐশ্বৰ্য্য বিভূতিৰেও সেই ভুলৰ ক্ষতি পূৰাব নোৱাৰি।

আহিবলগীয়া দীঘল দিনবোৰ পাৰ হৈ যোৱাৰ পিচত বৰ চুটী হৈ যায় নেকি বাৰু? নহলে সাতাইশ বছৰৰ পূৰণি ঘটনাটো আজি কেইদিনমান আগৰ কথা যেন লগাৰ অৰ্থ কি?

"মোক চিনি পোৱা নাই? আচৰিত! তুমিও মোক পাহৰি গ'লা?

পৌঢ়া ভদ্ৰমহিলা গৰাকীৰ প্ৰশ্নটো শুনি মোৰ খং উঠি গৈছিল। পৃথিবীত কিমান মানুহ আছে; কিমান ভদ্ৰমহিলা আছে। আটাইবোৰকে যে মই চিনি পাব লাগিব—তেনে কোনো কথা নাই।

অচিনাকি মহিলা গৰাকীক কবলৈ মন গৈছিল ঃ চিনি পোৱা নাই কাৰণেই সুধিছো। পৰিচয় দিলে মহাভাৰতখন যদি অশুদ্ধ হৈ যায় তেন্তে মোক আমনি কৰিবলৈ আহিছে কেলেই? মইতো

আপোনাক বিচাৰি যোৱা নাই। আপুনিহে আহিছে। প্ৰয়োজন আপোনাৰ—মোৰ নহয়।

কিন্তু কবলৈ মন গলেই সকলো কথা কব নোৱাৰি। বিশেষকৈ ভদ্ৰমহিলা এগৰাকীক তেনেদৰে ৰূঢ় ব্যৱহাৰ কৰাটো নিতান্ত অভদ্ৰামি।

মনতে ভাবিছিলো: চেহেৰা পাতি, সাজপাৰত ভদ্ৰমহিলা গৰাকীক ভাল ঘৰৰ আৰু বংশৰ যেন লাগিলেও অতি অভদ্ৰ। মোক 'তুমি' বুলি সম্বোধন কৰিবলৈ মহিলা গৰাকী নিশ্চয় মোতকৈ শ্ৰেষ্ঠা হ'লেও বয়োজ্যেষ্ঠা নহয়। মোৰ বয়সো তেনেই কম হোৱা নাই। মোক 'তুমি' বোলা মানুহ যিবোৰ আছিল—সেইবোৰৰ সৰহভাগেই হয় ঢুকাল; নহলে দূৰে দূৰে আছে।

তুকুৰি আঠ বছৰীয়া মই—এতিয়া প্ৰৌঢ়ই নহয়; বহুতৰ কাৰণে বৃদ্ধ। 'তুমি' সম্বোধনটো শুনি সেই কাৰণে মোৰ আৰু বেছি খং উঠিছিল। তথাপি মনৰ খঙটো চেপি ৰাখি বিনয়েৰে কলো: "ক্ষমা কৰিব, মই সঁচাকৈয়ে আপোনাক চিনি পোৱা নাই। কেতিয়াবা ক'ৰবাত দেখিছো; লগ পাইছো। কিন্তু কেতিয়া ক'ত লগ পাইছিলো মনত পেলাব পৰা নাই। আমি বহুত মানুহকে লগ পাব লাগে; বহুতৰে সান্নিধ্যলৈ আহিব লাগে। কিন্তু সেই আটাইবোৰকে মনত ৰখা সম্ভৱ নহয়। তদুপৰি···।"

নিজকে জহোৱা হব বুলি ভাবি কথাষাৰ আধা কোৱা কৈ ৰৈ গ'লো। সঁচা কথা: প্ৰায় তুটা দশক অসমৰ বাহিৰত আছিলো কাৰণে অসমৰ বহুত মানুহকেই চিনি নাপাওঁ। বহুতৰেই চিনাকি পাহৰি গৈছো।

কেইমাহমান আগতেহে আকৌ গুৱাহাটীলৈ বদলি হৈ আহিছো।

"মোৰ মুখলৈ ভালদৰে চোৱাচোন। কিজানি মনত পৰেইবা।" মোক ৰৈ যোৱা দেখি ভদ্ৰমহিলা গৰাকীয়ে সেমেকা মাত এটাৰে কৈছিল। আনৰ সেমেকা মাতে নিষ্ঠুৰজনৰো মন কোমলায়। কিন্তু

মোৰ কোনো প্ৰতিক্ৰিয়া হোৱা নাছিল। বৰং বিৰক্তিত মন ভৰি পৰিছিল।

কি বিপদ! ৰাতিপুৱাই অচিনাকি মহিলা এগৰাকীৰ কাৰণে এনে বিৰক্তিৰ পৰিস্থিতিত পৰিম বুলি ভবা নাছিলো। শুই উঠি চাহ কাপ খাই বাহিৰৰ কোঠাটোতে বহি কাগজখন পঢ়ি আছিলো। সেই সময়তে ভদ্ৰমহিলা এগৰাকী মোৰ কোঠাটোলৈ সোমাই আহিছিল। অচিনাকি মহিলা গৰাকীক দেখি মই আচৰিত হৈছিলো। বহিবলৈ দি প্ৰয়োজনটোৰ কথা সুধিছিলো। পৰিচয় লবলৈ যত্ন কৰিছিলো। কিন্তু পৰিচয় লবলৈ গৈ এনে আহুকালত পৰিম বুলি ভবা নাছিলো।

ৰাতিপুৱা বেলিকৈ শুই উঠা মোৰ বহুদিনীয়া অভ্যাস। কাগজখন পঢ়ি, দাঢ়ি খুৰাই, গা-মুৰ ধুই অফিচলৈ যাবলৈ মোৰ প্ৰায়ে দেৰি হয়। তেনে অৱস্থাত অচিনাকি মহিলা এগৰাকীৰ আব্দাৰ কাৰ ভাল লাগিব?

তাতকৈ 'তুমি কোন', 'কৰ পৰা আহিছা'—সেই কথাবাৰ কৈ দিলেনো কি লোকচানটো হয়?' পেনাই থকা স্বভাৱটোৰ কাৰণেই তিৰোতা মানুহবোৰলৈ কেতিয়াবা মোৰ বৰ খং উঠে। কোনো কথা পোনপতীয়াকৈ কব নোখোজে; কব পাৰিলেও নকয়।

যি কোনো মহিলাৰ মুখলৈ একেথৰে চাই থকাটো হেনো ভদ্ৰজোনিত নহয়। পিচে উপায় নাছিল। বাধ্য হৈ মহিলা গৰাকীৰ মুখলৈ পোন পতীয়াকৈ চাই পঠিয়ালো।

এই বয়সতো মহিলা গৰাকী যথেষ্ট ৰূপহী। বয়সটো সঠিককৈ কোৱা টান; ত্ৰিশো হব পাৰে; পঁয়চল্লিশ বুলি কলেও অবিশ্বাস কৰাৰ উপায় নাই। স্বাস্থ্য ভাঙি পৰা মহিলাৰ বয়স নিৰ্ণয় কৰাৰ ক্ষেত্ৰত সেইটোয়ে ডাঙৰ অসুবিধা। বয়স বেছি হোৱা হলে চুলিৰ ৰঙটো নিশ্চয় সলনি হ'লহেঁতেন। কিন্তু চুলি এডালো পকা নাই। ক'ৰবাত দুই এডাল পকিছে যদিও তেনেকৈ চকুত নপৰে। সুশ্ৰী

মহিলা গৰাকীৰ গাৰ ৰঙটো ধুনীয়া। গাভৰু বয়সত যে মহিলা গৰাকী অসম্ভৱ ৰূপহী আছিল সেই কথা সহজেই অনুমান কৰি লব পাৰি। মুখত দৈহিক পৰিশ্ৰমৰ ছাপ সুস্পষ্ট। কমনীয়তা থাকিলেও পেলৱতা নাই। চকুত এটা অসহায় ভাৱ; কিবা এটা নোপোৱাৰ, হেৰুওৱাৰ বেদনা যেন দৃষ্টিত মিহলি হৈ আছে। জীৱনৰ সৈতে যুঁজি যুঁজি যেন বৰ ক্লান্ত আৰু অৱশ হৈ পৰিছে। উকা কপাল আৰু গাত এজোৰ উকা পাটৰ সাজ।

ইমান সময়ে মহিলা গৰাকীৰ সাজ জোৰলৈ মই লক্ষ্যই কৰা নাছিলো। গাৰ সাজ আৰু উকা কপালখনে যেন মোৰ কাণৰ কাষত ফুচ্‌ফুচাই কৈ উঠিল: মহিলা গৰাকী স্বামীহাৰা-বিধৱা।

মনটো সেমেকি পৰিল। মহিলা গৰাকী মোৰ ওচৰলৈ অহাৰ উদ্দেশ্যটো হঠাতে যেন পৰিষ্কাৰ হৈ গ'ল। বেচেৰীয়ে নিশ্চয় কিবা এটা সহায় বিচাৰি মোৰ ওচৰলৈ আহিছে। জীয়াই থকাৰ কিবা এটা উপায় লাগে; এটা চাকৰি। মহিলা গৰাকী হয়তো নিজেই চাকৰি প্ৰাৰ্থীনী; নহলে হয়তোবা আন কোনোবা আপোন মানুহৰ কাৰণে মোক অনুৰোধ কৰিবলৈ আহিছে।

আমাৰ ফাৰ্ম্মত কেইজনমান মানুহ লোৱাৰ কথা। কেইদিনমান আগতে কাগজত বিজ্ঞাপন এখন ওলাইছিল। বিজ্ঞাপনখনত মোৰ নামটো দেখি এই কেইদিনৰ ভিতৰতে কেবাজনো প্ৰাৰ্থী, প্ৰাৰ্থীৰ আত্মীয়-স্বজনে আহি মোক লগ ধৰিছেহি। অনুগ্ৰহ কৰিবলৈ খাটনি জুৰিছে। জোনেল মেনেজাৰ হিচাবে বিজ্ঞাপনখনত চহী কৰিছিলো যদিও চাকৰি দিয়াৰ ক্ষেত্ৰত ময়েই সৰ্ব্বে-সৰ্ব্বা নহয়। বাচনি কমিটিয়েহে প্ৰাৰ্থী নিৰ্ব্বাচন কৰিব।

এই ক্ষেত্ৰত মই যে অসহায় সেই কথা মহিলা গৰাকীক উপযাচি কবলৈ মই ভাল নাপালো। কিয়নো মহিলা গৰাকীয়ে মোৰ ওচৰলৈ অহাৰ উদ্দেশ্যটো তেতিয়াও প্ৰকাশ কৰা নাছিল।

পৰিচয় নজনা অচিনাকি মানুহৰ মুখলৈ চাই পৰিচয় পোৱা

নাযায়। বাৰে বাৰে মহিলা গৰাকীৰ মুখলৈ চাই পঠিয়াইছিলো যদিও মই চিনি পোৱা নাছিলো।

অৱশেষত সেই কাৰণেই কবলৈ বাধ্য হৈছিলোঃ বেয়া নাপাব, আপোনাক ক'ত লগ পাইছিলো—মোৰ ঠিক মনত পৰা নাই। কিন্তু ক'ৰবাত যে লগ পাইছিলো—সেই বিষয়ে মই নিশ্চিত।

"হয় নেকি? তেনেহলে তুমিও মোৰ চিনাকি পাহৰি গলা? এৰা, যাবাই। কথাষাৰ কৈ হুমুনিয়াহ এটা কাঢ়ি মহিলা গৰাকীয়ে তলমূৰ কৰিছিল।

মই অতিষ্ঠ হৈ পৰিছিলো। আত্মীয়তা দেখুৱাবলৈ গৈ মহিলা গৰাকীয়ে আৰম্ভ কৰা অত্যাচাৰ মোৰ সহ্য হোৱা নাছিল। অধৈৰ্য্য হৈ কব খুজিছিলোঃ চিনাকিৰ প্ৰয়োজন নাই। মোক কিয় বিচাৰিছে—কাৰণটো কওঁক। আপোনাৰ লগত চুপতি মাৰি থাকিবলৈ মোৰ সময় নাই।

কওঁ বুলিও আকৌ থমকি ৰ'লো। মহিলা গৰাকীয়ে যে তলমূৰ কৰি চকুপানী টুকিছিল মই লক্ষ্যই কৰা নাছিলো। হঠাতে চকু পৰিলত কব খোজা কথাষাৰ চেপি ৰাখি মনে মনে ৰ'লো। বেচেৰীয়ে বোধহয় সংযত হবলৈ যত্ন কৰিছিল। কিন্তু নোৱাৰিলে। চকুপানী লুকাবলৈ গৈ অনুচ্চ সুৰত ফেঁকুৰি উঠিল।

মোৰ সকলো খং আৰু বিৰক্তি কৰ্পূৰৰ দৰে হঠাতে কেনি উৰি গ'ল কব নোৱাৰো। কিবা এটা সহানুভূতিত মনটো সেমেকি পৰিল। অকণমানি ছোৱালী এজনীৰ পিঠিত থপৰিয়াই মৰম কৰাৰ দৰে মহিলা গৰাকীৰ গাত হাত বুলাই সান্ত্বনা দিবলৈ মন গৈছিল।

মই অপ্ৰস্তুত হৈ পৰিলো।

ভগবানক ধন্যবাদ। ঠিক সেই সময়তে এচুকত থকা ফোনটো বাজি উঠিল। মই ভালেই পাইছিলো। মহিলা গৰাকীক সংযত হবলৈ সুযোগ দি বহাৰ পৰা উঠি গৈ ফোনৰ ৰিচিভাৰটো হাতত তুলি ললো।

কিন্তু এয়া মই কি শুনিছো? মই যেন কাণ দুখনকে বিশ্বাস কৰিব পৰা নাছিলো। সিমূৰৰ পৰা ভাঁহি অহা সংবাদটো যেন সঁচা নহয়; মিছা।

আমাৰ অফিচটো অকল অফিচেই নহয়। সন্মুখৰ কোঠা দুটাত অফিচ; এটা শ্বো-ৰুম। শ্বো-ৰুমৰ বিপৰীত ফালৰ কোঠাটোত মই বহো। মোৰ কোঠাটোৰ পিচফালে এটা শোৱনি কোঠা, গা-ধোৱা ঘৰ আৰু পায়খানা। জেনেৰেল মেনেজাৰ অথবা আন ডিভিজনৰ কোনোবা বিষয়া আহিলে যাতে থকা মিলাৰ অসুবিধা নহয়—তাৰবাবে সুকীয়াকৈ ৰখা হৈছে। অফিচৰ লগতে বেৰখনৰ সিপাৰে ফাৰ্ম্মৰ গুদাম।

ফোনেৰে জনোৱা খবৰটো শুনি মই স্তম্ভিত হৈ পৰিছিলো। নাইট চকিদাৰজন অজ্ঞান হৈ অফিচ ৰুমৰ ভিতৰত পৰি আছে। আয়ৰণ চেফৰ তলা খোলা। আলহীৰ কাৰণে আচুতীয়াকৈ ৰখা শোৱনি কোঠাটোত এজনী যুৱতীৰ মৃতদেহ। তললৈ মুখ গুজি পৰি থকা যুৱতীজনীক চিনাক্ত কৰিব পৰা নাই। আমাৰ অফিচৰে ষ্ট'ন' টাইপিষ্টজনী বুলি বহুতে সন্দেহ কৰিছে।

বহুতে মানে—সেয়া শইকীয়াৰ সন্দেহ। মোলৈ ফোন কৰা শইকীয়া আমাৰ ফাৰ্ম্মৰ জোনাল অফিচত থকা গুদামৰ তত্বাৱধায়ক।

খবৰটো শুনি মই বিচুৰ্ত্তি খাইছিলো; প্ৰমাদ গণিছিলো।

'মই এয়া গৈ আছো' বুলি ৰিচিভাৰটো থৈ হাতৰ ঘড়ীটোলৈ চালো। পিচে হাতত ঘড়ী নাই। টেবুলৰ ওপৰতে আছে। টেবুলখনৰ ওচৰলৈ গলো: কেইমিনিটমান আগতে দহটা বাজি গৈছে।

মই বৰ বিপাঙত পৰিলো।

দাড়ি খুড়োৱাই নাই। গা-ধুবলৈ তেতিয়াও বাকী। মোক লগ পাবলৈ অহা মহিলা গৰাকীক বিদায় দিবলৈ আছেই।

কিন্তু মই পলম কৰিব নোৱাৰো। পলম কৰাৰ উপায় নাই। গা-মুখ নোধোৱাকৈয়ে অফিচলৈ যোৱাৰ সিদ্ধান্ত লৈ মহিলা গৰাকীক উদ্দেশ্য কৰি কলো: ক্ষমা কৰিব, বিশেষ কাম এটাৰ কাৰণে মই এতিয়াই বাহিৰলৈ নগলেই নহয়।

"তোমাৰ সৈতে মোৰ বহুত কথা আছিল। বৰ প্ৰয়োজনীয় কথা।"

ইতিমধ্যে সংযত হৈ পৰা মহিলা গৰাকীয়ে কৈছিল। মই লাজো পাইছিলো: চিনাকিৰ দাবী লৈ কথা কোৱা এই মহিলা গৰাকীক মই চিনি নোপোৱাটো সঁচাকৈয়ে লাজ লগা কথা।

"যদি বেয়া নাপায়—মানে আন বিশেষ কাম নাই—আপুনি অকণমান বহক। মই এতিয়াই ঘূৰি আহিম। খুউব বেছি পোন্ধৰ মিনিট।"

"যোৱা বাৰু। মই অপেক্ষা কৰিম। তোমাক মই লগ পাবই লাগিব।"

"খুউব ভাল কথা। আপুনি বহক। কিন্তু বেয়া নাপাব দেই। কি কৰিব? এয়াই চাকৰি। অত্যন্ত জৰুৰী কাম এটাৰ কাৰণে ওলাই যাবলগীয়া নহলে······।"

"নাই, নাই। তুমি চিন্তাই নকৰিবা। মই বহিম। কিন্তু ঘূৰি আহোতে বৰ বেছি পলম কৰিব নেকি?"

"মই আপোনাক কথা দি গলো: পলম হলে খুউব বেছি বিশ মিনিট। ঘৰত কোনো নাই। আপোনাৰ কথা মই কাঞ্চাটোক কৈ যাম! আপোনাৰ কিবা প্ৰয়োজন হলে আশাকৰো······।"

কথাষাৰ শেষ কৈ কোৱাৰ সুযোগ নাপালো। মোক বাধা দি মহিলা গৰাকীয়ে কৈ উঠিল: তুমি মোৰ কাৰণে চিন্তা কৰিব নালাগে।

ভদ্ৰ মহিলা গৰাকীৰ ওচৰৰ পৰা বিদায় লৈ কানি-কাপোৰ পিন্ধি লৰা-লৰিকৈ ওলাই গলো। গা-ধোৱা, দাড়ি খুড়োৱা আৰু নহ'ল।

যোৱাৰ আগতে বাহিৰত ভালকৈ চাহ একাপ দিবলৈ ৰান্ধনি ল'ৰাটোক কৈ গৈছিলো।

পুলিচ আৰু ভূত হেনো একে। পুলিচে পালে বোলে ভূতে পাব নালাগে। ভূতৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাব পাৰি। সৰিয়হ পুৰি নে মন্ত্ৰপূত কৰি জাপ-জৰী ললে ভূত পলায়। কিন্তু পুলিচে এবাৰ লম্ভিবলৈ হলে আৰু ৰক্ষা পোৱাৰ উপায় নাই।

কথাষাৰ মিছা নহয়; সঁচা।

ভাত-পানী খোৱাৰ সময়তো নহলেই; আনকি গা-ধুবলৈও সময় নাপালো। দুপৰীয়া চাহ এপিয়লা আৰু সন্দেশ এটাৰ বাহিৰে আৰু একো খোৱা নহ'ল। এটা নহয়; দুটাকৈ মাৰ্ডাৰ কেচ। গতিকে পুলিচৰ হাতৰ পৰা সোনকালে ৰেহাই পোৱাৰ উপায় নাছিল। অচেতন হৈ পৰি থকা চকিদাৰজনৰো মই গৈ অফিচ পোৱাৰ আগতে মৃত্যু হৈছিল।

তাৰপিচত পুলিচৰ সন্দেহ, ইনকুৱেৰী, স্পট্ ভেৰিফিকেশ্যন, ষ্টেটমেণ্ট, হস্পিতাল, প'ষ্ট মৰ্টেম ৰিপ'ৰ্টৰ ওপৰিও এশ এবুৰি লেঠা। আপুনি কি জানে, কাক সন্দেহ কৰে? আয়ৰণ চেফৰ চাবি কাৰ হাতত থাকে? চকিদাৰজনে ইয়াত চাকৰি কৰা কিমান দিন হ'ল? আপুনি আজি অফিচলৈ ইমান দেৰিলৈকে অহা নাছিল কিয়? ছোৱালীজনীক চিনি পায় নেকি? ক'ৰবাত কেতিয়াবা দেখাও নাই নে? দেখিছিল যদি ক'ত আৰু কেতিয়া দেখিছিল?

আমনি লগা এশ এটা প্ৰশ্ন। তাৰ পিচত ইয়াত চহী কৰক; তাত চহী দিয়ক—ইত্যাদি।

মোৰ অসহ্য লাগিছিল। সঁচা কথাঃ মই অধৈৰ্য্য হৈ পৰিছিলো। সিমানতে লেঠা শেষ হোৱা হলেও কথা নাছিল। তথাপি সিদিনাৰ কাৰণে সিমানতে লেঠা সামৰি যেতিয়া ঘৰ পাইছিলোহি তাৰ বহু আগতেই চাৰিটা বাজি গৈছিল। কাঞ্চাক চাহ একাপ কৰিবলৈ কৈ গা-ধোৱা ঘৰত সোমালো গৈ। ঘঁহি পিহি গাটো ধোৱাৰ পিচত

যথেষ্ট ভাল লাগিছিল যদিও বৰ অৱশ অৱশ লাগিছিল। চাহ খাবলৈ আৰু মন নগ'ল। চাহ কাপ ওভতাই দি আলমাৰীৰ পৰা থ্ৰি এক্সৰ বটল এটাৰ সৈতে গিলাছ এটা উলিয়াই ললো। চৌদা বৰফ একো নাছিল। পানীৰেই চলাই দিম। চৌদা অনাবলৈ আৰু সময় নাই। সিমান পৰলৈ অপেক্ষা কৰিব নোৱাৰি।

চিনেমা অকলে চাব পাৰিলেও—অকলে মদ খাই আৰাম পোৱা নাযায়। পিচে সদায় সঙ্গী বিচাৰি পোৱা টান। মোৰ দৰে ঘুৰ্ঘোৰ মদপীবোৰৰ কাৰণে সঙ্গীৰ প্ৰয়োজন নাই। বটলটো খুলি অলপ অলপ কৈ কেবাবাৰো গিলাছত ঢালি লৈছিলো।

সন্ধহতে মোৰ তেনে কোনো কাম নাই।

সন্ধিয়া এবাৰ থানালৈ আকৌ ওলাই যাব লাগিব। গাড়ীত পেট্ৰল নাছিল। অলপহে আছে। অথনি উভতি আহোঁতে লৈ আহিম বুলি ভাবিছিলো। কিন্তু ধৈৰ্য্য নহ'ল। বিশটকীয়া নোট এখন দি পাঁচ লিটাৰ তেল অনাৰ কাৰণে কাঞ্চাক পঠিয়াই দিলো। ঘৰৰ পৰা ওলাই যোৱাৰ পিচত মই নিজে ভৰাই লব পাৰিম।

প্ৰায়বোৰ ৰান্ধনি, ঘৰত কাম কৰা লগুৱাৰ স্বভাৱ বোধহয় একে। কিবা এটা কামৰ বাবে এবাৰ ঘৰৰ পৰা বাহিৰলৈ ওলাবলৈ পালে—সোনকালে আৰু উভতি নাহে। 'কিয় ইমান পলম হল?' বুলি সুধিও লাভ নাই। পলম হোৱাৰ কাৰণ দৰ্শাবলৈ কোৱা কেইটামান কৈফিয়ৎ সিহঁতৰ সদায় মুখস্থ। কৈফিয়ৎ নহয়—যেনিবা অঙ্কত চোকা ল'ৰা এলজেব্ৰাৰ ফৰমূলাহে মুখস্থ মাৰিছে। মিছা বুলি জানিও মনে মনে থকাৰ বাহিৰে আন উপায় নাই। ডঙুৱা মানুহৰ কাৰণে আৰু বিপদ। 'মই আৰু নাথাকো; মোৰ হিচাবটো দিয়ক' বুলি কলে ভাত কেইটাহে নালাগে চাহ একাপ খোৱাবো মুদা মৰিল।

এগিলাচ এগিলাচকৈ কেই গিলাচ শেষ হৈছিল হিচাব ৰখা নাছিলো। চিগাৰেটৰ সম্পূৰ্ণ পেকেট এটা শেষ হৈছিল বটলটোৰ

তলিত আৰু কিমান আছে—চাব খুজিও নাচালো। কিন্তু পৰিমাণটো যে অলপ বেছি হৈছিল—বুজিছিলো। খালি পেট। সেই কাৰণেই হবলা মূৰটো জিম্ জিম্ কৰিছিল। সৰহকৈ মদ খালে যদি লিভাৰ বেয়া হয়—মই তেন্তে চিৰ'চিচ অৱ লিভাৰ হৈৱে মৰিম।

নতুন পেকেটৰ পৰা জ্বলাই লোৱা প্ৰথম চিগাৰেটটো হুপি চকু দুটা মুদি দিলো।

'আপুনি ছোৱালীজনীক চিনি পায়? ক'ত দেখিছিল বাৰু? কেতিয়া দেখিছিল?'

'ওহো, নাপাওঁ। কিন্তু কেতিয়াবা ক'ৰবাত দেখিছিলো যেন লাগিছে। ক'ত আৰু কেতিয়া দেখিছিলো—ঠিক মনত পৰা নাই।' বুৰ্বকৰ দৰে কথাষাৰ কৈয়েই বিপদত পৰিলো। ছোৱালীজনীৰ সম্পৰ্কে তেনেদৰে কোৱাৰ চেলু লৈ পুলিচে মোক জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন কৰিছিল।

'মনত পেলাওঁকচোন—কেতিয়া দেখিছিল? ক'ত দেখিছিল? দিনত দেখিছিল নে ৰাতি? ছোৱালীজনী সেই সময়ত কি অৱস্থাত আছিল? খুউব সম্ভৱ ৰাতি দেখিছিল কাৰণে স্পষ্টকৈ মনত পৰা নাই। কোনোবা ৰেষ্টুৰাণ্ট অথবা হোটেলৰ কোঠালীত দেখিছিল নেকি? ভালদৰে এবাৰ ভাবি চাওঁকচোন।'

পুলিচে মোৰ উত্তৰলৈ অপেক্ষা কৰি ৰ'ল। ভালেমান পৰ চিন্তা কৰিও মই মনত পেলাব পৰা নাছিলো। অৱশ্যে পুলিচে কি অৰ্থত তেনেদৰে সুধিছিল—মই নুবুজা নহয়।

'বাৰু, আপুনি বিয়া নকৰালে কিয়? কাৰোবাক ভাল পাইছিল নেকি?'

পুলিচ অফিচাৰ হাজৰিকাৰ প্ৰশ্নটো শুনি মোৰ তিঙিচ্কৈ খং উঠিছিল।

ননচেঞ্চ।

মই বিয়া নকৰালো কিয়—তোমাক কেলেই? কাৰোবাক ভাল

পাইছিলো নে নাই—সেয়া মোৰ ব্যক্তিগত কথা। তোমাক কবলৈ মোৰ কি গৰজ ?

খঙটো চেপি ৰাখি মনে মনে ৰ'লো। হাজৰিকাৰ প্ৰশ্নত মই যেন কোনো গুৰুত্বই দিয়া নাই—এনে এটা ভাব লৈ চিগাৰেট হুপি হুপি খিৰিকিৰে বাহিৰলৈ চাই ৰ'লো।

'ইয়েচ মিঃ বৰুৱা, এনি ৰোমান্টিক এক্সচিডেণ্ট,—আই মিন-ক্ৰুৱেল বিট্ৰেয়েল ফ্ৰম দি আদাৰ চাইদ ?'

'হয়—বুইছে। ছোৱালীজনীয়ে মোক বৰ ঠগিলে।'

তেজৰ গোন্ধ পোৱা বাঘৰ স্বভাৱ মোৰ অজনা নহয়। গতিকে তাৰ পিচত হাজৰিকাই কি প্ৰশ্ন কৰিব পাৰে সেই কথা অনুমান কৰিয়েই মই তেনেদৰে উত্তৰ দিছিলো।

'ক'ৰ ছোৱালী, নাম কি—জানিব পাৰো নে ?"

'ও চিউৰ। ছোৱালীজনী কোন—আপুনি জানিব বিচাৰিছে। পিচে এতিয়া আৰু ছোৱালী হৈ থকা নাই দেই।'

'মোক সিমানখিনি অঁকৰা বুলি ভাবিছে নেকি ? কওঁকচোন—ছোৱালীজনীনো কোন আছিল ? কবলৈ যদি আপত্তি···।"

'নেভাৰ। কিন্তু আপোনাৰ গৃহ-কন্দল হয় বুলিহে নামটো কবলৈ টান পাইছো।'

'মানে ?'

'ছোৱালীজনী কোন আছিল—সেই প্ৰশ্নৰ উত্তৰটো আপোনাৰ ঘৰত···।'

'হোৱাট ইউ মিন ?'

মই কি কব খুজিছিলো পুলিচ অফিচাৰ হাজৰিকাই নিশ্চয় বুজি পাইছিল ; নহলে তেনেদৰে চিঞৰি নুঠিলহেঁতেন।

'আই এম ৰিয়েলি শ্ব'ৰি মিঃ হাজৰিকা। সেই ছোৱালীজনীক আপুনি বিয়া নকৰোৱা হলে······।'

কথাষাৰ মই শেষ কৈ কোৱাৰ প্ৰয়োজন নহ'ল। মোৰ যে খং

উঠিছিল হাজৰিকাই বুজি পাইছিল। 'মই কিয় বিয়া কাৰোৱা নাই— কাৰোবাক ভাল পাইছিলো নেকি'—এইবোৰ যে মোৰ সম্পূৰ্ণ ব্যক্তিগত কথা—হাজৰিকাই বোধহয় পাহৰিয়েই গৈছিল হবলা। সেই কাৰণে মোৰ উত্তৰটো শুনি লাজ পাই লবালৰিকৈ ক্ষমা প্ৰাৰ্থনাৰ সুৰত কৈ উঠিল: এক্সকুইজ মিঃ বৰুৱা, কি কৰিব? আমাৰ চাকৰিটোয়ে এনেকুৱা। কেতিয়াবা কাৰোবাক আমি কিছুমান অপ্ৰয়োজনীয় কথাও সুধিবলৈ বাধ্য হওঁ।'

ৰুণী দত্ত।

মৃতদেহ পৰি থকা পালেংখনৰ ওচৰতে পকা মজিয়াত পৰি আছিল এটা ভেনিটী বেগ। বেগটোৰ ভিতৰত এখন ছুটকীয়া নোট, কেইটামান ভঙা পইচা, এটা সৰু বটলত অকণমান স্নু', কাগজ এখিলাত বান্ধি অনা পাউদাৰ অকণমান, আই-ব্ৰু পেন্সিল এডাল, এখন ফণী আৰু এখন ফটোগ্ৰাফ। বেগটোৰ ভিতৰফালৰ ঢাকনি-খনত লগোৱা এখন সৰু আয়না। ফটোগ্ৰাফখন যে মৃত যুৱতী গৰাকীৰ সেই বিষয়ে কোনো সন্দেহ নাই। ওভোতা পিঠিত লিখা আছিল মাথোন দুটা শব্দ; চাৰিটা আখৰ: ৰুণী দত্ত।

ছোৱালীজনীক ক'ত দেখিছিলো মনত পৰা নাই বুলি কোৱা মোৰ উত্তৰটো শুনি পুলিচ বিষয়া হাজৰিকা সন্তুষ্ট হৈছিল নে নাই—কব নোৱাৰো। কিন্তু মই নিজে সন্তুষ্ট হব পৰা নাছিলো। বাৰে বাৰে মনটোয়ে মোক খুচিয়াইছিল: বুৰ্বক, তোৰ মূৰটোত গোবৰ আছে নেকি? স্মৃতি-শক্তি ইমান দুৰ্বল নে?

ছোৱালীজনীক যেন মই চিনি পাওঁ। ক'ৰবাত দেখিছো।

কিন্তু ক'ত দেখিছিলো? কেতিয়া দেখিছিলো? বাৰে বাৰে যত্ন কৰিও মনত পেলাব নোবাৰি বৰ অস্বস্তি অনুভৱ কৰিছিলো।

অকল ছোৱালীজনীয়েই নহয়; নামটোও যেন মোৰ অতি চিনাকি। বহুদিন, বহুবাৰ শুনা এটা চিনাকি নাম।

ৰু-ণী দ-ত্ত।

ৰু-ণী, ৰু···ণী, ৰু······

ইউৰেকা।

মই জপিয়াই উঠিছিলো। হঠাতে মোৰ মনত পৰি গৈছিল।

ৰুণী দত্ত নহয়; অৰুণীমা বৰুৱা।

ককাইদেৱে মাতিছিল: ৰুণী। নবৌয়ে বুলিছিল: কুঁৱৰী অথবা ন-ছোৱালী। আৰু মই?

মোৰ ৰঙা বৌ বা কুঁৱৰী বৌ। মই কুঁৱৰী বৌ বুলিয়েই মাতিছিলো।

একে নাক, একে মুখ, একে চকু, একে ৰূপ আৰু একে গাৰ ৰং।

কিন্তু?

এৰা, একে হৈ-ও যেন একে নহয়।

এইজনী ৰুণী দত্তকৈও কুঁৱৰী বৌ বহুত বেছি ধুনীয়া, মৰম লগা: উজ্জ্বল গাৰ ৰং। নহলে হয়তোবা মৃত্যুৰ শীতলাই এইজনী ৰুণী দত্তৰ ৰঙৰ উজ্জ্বলতা কাঢ়ি নিছিল।

বিশ বছৰ আগৰ ৰাতিপুৱা এটালৈ মনটো উৰি গ'ল।

কাৰোবাৰ কোমল হাত এখনৰ স্পৰ্শত মোৰ টোপনি ভাঙি গৈছিল। চকু মেলি চালো: কুঁৱৰী বৌ। গাৰ উত্তাপ পৰীক্ষা কৰিবলৈ তেখেতৰ সোঁ হাতখন মোৰ কপালৰ ওপৰত থৈ ওচৰত বৈ আছে। খং, বিৰক্তি আৰু অভিমানত আজোৰ মাৰি হাতখন আঁতৰাই দিবলৈ মোৰ মন গৈছিল।

কিন্তু বেচেৰীৰ কি দোষ?

ৰাতি ভাত পানী নোখোৱাকৈ শুই আছিলো। জয়দেউ কাকুতি কৰিও নবৌ আৰু কুঁৱৰী বৌয়ে মোক পানী এটোপাকে খুৱাব পৰা নাছিল। টোপনিৰ পৰা জগাবলৈ আহি কুঁৱৰী বৌয়ে গম পাইছিল; মোৰ সঁচাকৈয়ে জ্বৰ উঠিছে। গাটো গৰম।

"এতিয়া গা কেনে পাইছা ? জ্বৰটো যে এৰিছে—সেইটোৱে ৰক্ষা দেও। ওৱে ৰাতি মই শুব পৰা নাই। চট্‌ফটাই আছো।"

উত্তৰ দিবলৈ মোৰ মন নগ'ল।

মেল খাই থকা দুৱাৰখনৰ পাত দুচলাৰ ফাঁকেৰে বাহিৰলৈ চালো। ৰাতি পুৱাবৰ সৰহ পৰ হোৱা নাই।

"ফিকা চাহ একাপ খাবা নে মুখ হাত ধুবা ? গৰম পানী আনো গৈ ?"

মনটো কুমলি পৰিল।

ইমান ৰাতি পুৱাতে বিছনাৰ পৰা উঠি বেচেৰীয়ে মোৰ কাৰণেই পানী তপতাইছে।

"কি হ'ল ? কথা নোকোৱা কেলেই ? গা ভাল পোৱা নাই নেকি ?"

তাৰ পিচত আৰু নীৰৱ হৈ থাকিব নোৱাৰি; নীৰৱ হৈ থকা নাযায়।

কম নেকি ঃ ইমান ৰাতিপুৱাতে মোৰ ওচৰলৈ কি কৰিবলৈ আহিছে ? আৰু কোনো দিনেই নাহিব। আপোনাক দংশন কৰিবলৈ এইখন ঘৰতে ফেটী সাপ এটা লুকাই আছে।

নকলো। কোৱা হলেও তেখেতে হয়তো বুজি নাপালেহেঁতেন। বুজাই কবলৈ হলে যোৱা নিশাৰ সন্ধিয়াৰ পৰা শেষ নিশালৈ হৈ যোৱা প্ৰত্যেকটো ঘটনাই বুজাই কব লাগিব। ইমানবোৰ জঘন্য কথা কুঁৱৰী বৌক মই কব নোৱাৰো। মনৰ তিক্ততাত অপ্ৰিয় কথা ওলাই বুলি লৰালৰিকৈ কলো ঃ ফিকা চাহ এপিয়লাকে দিয়ক। ডিঙিটো শুকাই গৈছে।

"নাযাব নেকি ? ৰাতিও একো খোৱা নাই। ইমান দীঘল ৰাতি কোনোবাই লঘোনে ভোকে থাকে নেকি ? মুখ এতিয়া তেনেহলে নোধোৱা—নহয় ?"

শুই থকা অৱস্থাৰেই গাৰুৰ পৰা মূৰটো নভঙাকৈ অকণমানকৈ জোকাৰি সঁহাৰি জনালো। অৰ্থাৎ ঃ মুখ এতিয়া নোধোও।

মোৰ ওচৰৰ পৰা কুঁৱৰী বৌ আঁতৰি গৈছিল।

ভিতৰৰ পৰা বন্ধ দুৱাৰখন বাহিৰৰ পৰা খুলি কেনেদৰে তেখেত ভিতৰলৈ সোমাই আহিছিল—তেতিয়াহে মনত পৰিল।

পুৱতি নিশা নবৌ তেনেদৰে কোঠাটোৰ পৰা আঁতৰি যোৱাৰ পিচত দুৱাৰখন বন্ধ কৰাৰ মোৰ আৰু ধৈৰ্য্য নহ'ল। তাৰপিচত কেতিয়া টোপনি আহিছিল কব নোৱাৰো।

অলপ পিচত চাহ একাপ হাতত লৈ কুঁৱৰী বৌ আকৌ সোমাই আহিছিল। ধোঁৱা উৰি থকা চাহ এপিয়লা মোলৈ আগবঢ়াই দি সুধিছিল: বিছনাৰ পৰা উঠি ৰাতি অকলে অকলে বাহিৰলৈ গৈছিলা হবলা? মোক নামাতিলা কেলেই? মূৰ ঘূৰাই পৰি যোবা হ'লে?

কুঁৱৰী বৌয়ে কিয় তেনে অনুমান কৰিছিল—বুজিছিলো।

মই একো নকলো।

শোৱাৰ পৰা মূৰটো ডাঙি চাহৰ কাপটো হাতত লৈ অকণমানকৈ হাঁহিলো।

মোৰ সেই হাঁহিৰ অৰ্থ আছিল বেলেগ। কিন্তু কুঁৱৰী বৌয়ে বুজিছিল অন্য ধৰণে।

"হঁহা কথা নহয় দেই। গাত জ্বৰ লৈ ভৱিষ্যতে ৰাতি বিয়লি কেতিয়াও বাহিৰলৈ নাযাবা।"

বেচেৰী!

মনতে ভাবিলো: দুৱাৰখন কিয় মেল খাই ৰ'বলগীয়া হ'ল—তুমিতো নাজানা। সেই কথা তোমাক মই বুজাই কব নোৱাৰিম। কেতিয়াও কাকো কব নোৱাৰো! তোমাৰ পৱিত্ৰ মৰম আৰু সৰলতাৰ সুযোগ লৈ তোমাৰ মোৰ সৰ্বনাশ কৰিবলৈ যোৱা ৰাতি এইখন দুৱাৰেৰেই কোন সোমাই আহিছিল—সেই কথা কলেও তুমি কিজানি মোক বিশ্বাস নকৰিবা।

কুঁৱৰী বৌয়ে মোৰ মুখলৈ থৰ লাগি চাই আছিল। ময়ো

তেখেতৰ চকুলৈ এবাৰ চাই তলমূৰ কৰিলো। এখন নিষ্পাপ মুখ ; এটা পৱিত্ৰ চাৱনি। সেই চাৱনিত মিহলি হৈ আছে মাতৃৰ স্নেহ, ভনীৰ মৰম আৰু বান্ধৱীৰ ভালপোৱা।

চাহৰ কাপত সোহা এটা মাৰি প্লেটখনৰ সৈতে কাপটো ওচৰৰ চকিখনৰ ওপৰতে থলো।

"মিঠা হোৱা নাই ?"

"ঠিক আছে।"

চাহ কাপ দি কুঁৱৰী বৌ আঁতৰি যাব বুলি ভাবিছিলো। অন্তৰেৰে সেইটোকে মই বাঞ্চা কৰিছিলো। কিন্তু নগ'ল ? নবৌ আহি দেখে বুলি মই ভয় খাইছিলো। কিন্তু মুখ ফুটাই সেই কথা কোৱাৰ সাহস মোৰ নাই।

"ৰাতি ইমান প্ৰলাপ বলকিছা কেলেই ? জ্বৰ বেছিকৈ উঠিছিল নেকি ? এবাৰ ভাবিছিলোঃ শোৱাৰ পৰা উঠি আহি চাই যাম নেকি ? পিচে, বাইদেউক জগাবলৈ ভাল নালাগিল। তোমাৰ কোঠাৰ দুৱাৰখনো ভিতৰৰ পৰা বন্ধ কৈ থৈছা।"

বুকুখন চিৰিংকৈ উঠিল।

কুঁৱৰী বৌয়ে তেন্তে আমাৰ কথাবোৰ শুনিছে ? মই নিশ্চিতঃ মই প্ৰলাপ বলকা নাছিলো। নবৌ আৰু মোৰ কথাবোৰ শুনি তেখেতে চাগে মই প্ৰলাপ বলকা বুলি ভাবিছিল।

ভগবানক ধন্যবাদ ! খবৰ লবলৈ কুঁৱৰী বৌ যে শোৱাৰ পৰা উঠি নাহিল—সেয়ে ৰক্ষা। উঠি অহা হলে কি হ'লহেঁতেন বাৰু ?

"নবৌ' 'নবৌকৈ'—বাইদেউক ইমান ৰাতি চিঞৰিছিলা কেলেই ? কি সপোন দেখিছিলা ? ঠিক সেইখিনি সময়তে মোৰ চিলমিলকৈ টোপনি আহিব খুজিছিল।"

"ইমান ৰাতিলৈ আপুনি শোৱা নাছিল কিয় ?" সুধিছিলো।

"মালৈ চিঠি এখন লিখিছিলো। অ' তোমাৰ চিঠিৰ খাম আছে নহয় ?"

"কেইটা লাগে ?"

"এটা হলেই হব।"

"দিম বাৰু।"

প্ৰসঙ্গটো সলনি হোৱা বুলি ভাবি মই সকাহ পাইছিলো। কিয়নো কি সপোন দেখি নবৌক চিঞৰিছিলো—কুঁৱৰী বৌৰ সেই প্ৰশ্নৰ উত্তৰত কি কম ভাবি পোৱা নাছিলো।

"চাহ কাপ খোৱা। পিচে কি সপোন দেখিছিলা—নকলা দেখোন।"

মোৰ অনুমানটো সঁচা নহল। আকৌ সপোনৰ প্ৰসঙ্গটো উল্লেখ কৰি তেনেদৰে কৰা প্ৰশ্নটোয়ে মোক বিবুদ্ধিত পেলাইছিল। মুহূৰ্তৰ ভিতৰতে সপোন এটা সাজি কৰলৈ গল্প-লেখক এজনৰ কাৰণে বিশেষ একো অসুবিধা নহয়। কিন্তু মই কি কম একো ভাবি নাপালো।

"নাই—মা···নে···।" আধা কোৱা কৈ ৰৈ গৈছিলো।

"কোৱা, ৰৈ গলা দেখোন।"

"বৰ ভাল সপোন নহয়। থ'ক, ইমান পুৱাতে বেয়া সপোন এটা শুনিব নালাগে। বেয়া সপোন দেখিলে হেনো গছৰ গুৰিত কব লাগে ? হয়নে বৌ ?"

ফাঁকি দিবলৈ আন উপায় নাপাই সেইটোকে চেলু লৈ তেনেদৰে কৈছিলো।

কিন্তু ফাঁকি দি সাৰিব নোৱাৰিলো। কুঁৱৰী বৌ আঁকোৰগোজ হৈ লাগিছিল। অৱশেষত নিৰুপায় হৈ সাজি কৈছিলো: মই যেন ব্ৰহ্মপুত্ৰৰ পাৰৰ ওখ টিলা এটাত থিয় হৈ আছিলো। খৰালিৰ শান্ত লুইত। দুয়ো পাৰে কেৱল বালি আৰু বালি। ৰূপালী বালিৰ মাজেৰে বৈ যোৱা এটা নীলা পানীৰ সোঁত; জীৰ্ণ-শীৰ্ণ এখন বুঢ়া লুইত। কিন্তু হঠাতে কি হ'ল কব নোৱাৰো। দুপাৰৰ বালি আৰু নৈৰ মাজৰ বগা বালিচৰবোৰ বুৰাই ব্ৰহ্মপুত্ৰখন মুহূৰ্তৰ ভিতৰতে বলিয়া হৈ পৰিল। বাৰিষাৰ কোবাল সোঁতত দুই

এজোপাকৈ উটি অহা পানী মেটেকাৰ সংখ্যাবোৰ ক্ৰমান্বয়ে বাঢ়ি আহিল। তাৰ পিচত অগনন পানী মেটেকাৰ দ'ম আৰু নল খাগৰিৰ জাঁজি। বলিয়া বানৰ ৰূপ লৈ ঘোলা পানীয়ে দুপাৰ উপচি পৰা লুইতৰ গাত যেন তেতিয়া দেওধনি লাগিছিল। চকুৰ পলকতে হিল দল ভাঙি পাৰ বাগৰি অহা পানীৰ সোঁতে গাওঁ-ভূই সকলোবোৰ বুৰাই পেলাইছিল। ঘৰ-দুৱাৰ উটুৱাই নিছিল। পানীৰ সেই কোবাল সোঁতত নবৌ যেন উটি গৈছে। চাক নৈয়াত কক্‌বকাই একোবাৰ পানীৰ তলত নেদেখা হৈ পৰে; তাৰ পিচত আকৌ ওপৰলৈ উঠে।"

তাৰ পিচত কি কম ভাবি নাপাই অকণমান থমকি ৰ'লো।

"তাৰ পিচত?" উদ্বিগ্ন হৈ কুঁৱৰী বৌয়ে সুধিছিল।

"নবৌয়ে মোক দেখিছিল নে নাই কব নোৱাৰো। টিলাটোৰ ওপৰৰ পৰা মই পানীত জপিয়াই পৰিলো। কিন্তু ইতিমধ্যে নবৌ মোৰ পৰা বহুত দূৰলৈ উটি গৈছে।"

মই ৰৈ গলো।

"তুমি পিচে উঠিব পাৰিলা নে নাই? বাইদেউক তুলিব পাৰিলা নে?"

"তাৰ পিচত কি হ'ল আৰু কব নোৱাৰো। একো মনত নাই। হঠাতে সাৰ পাই বিছানখনত উঠি বহিছিলো।"

"সঁচাকৈয়ে বৰ বেয়া সপোন পাই।"

এটা জীয়া ফাঁকি। কিন্তু বেচেৰীয়ে সেইটোকে সঁচা বুলি ভাবিছিল; মুখখন শেঁতা পৰি গৈছিল। অমঙ্গলৰ আশঙ্কাত মনটো তেতিয়া গধুৰ হৈ পৰিছে।

"চাহ কাপ চেঁচাই হ'ল কিজানি। তুমি খোৱাচোন দেই। মই বাইদেউক জগাই দিওঁ গৈ। গা-মুৰ ধুই গোঁসাই ঘৰত চাকি এগছ দিব লাগিব। যোৱা কালি কি তিথি আছিল জানো? কৃষ্ণপক্ষৰ সপোন।"

পিচৰ কথা কেইষাৰ নিজকে কোৱাৰ দৰে কৈ কুঁৱৰী বৌ মোৰ ওচৰৰ পৰা আঁতৰি গৈছিল।

মই কিন্তু আশ্বস্ত হব পৰা নাছিলো। দেউতাক সপোনটোৰ কথা কয় বুলি ভয় খাইছিলো।

এটা ভুলে আৰু বহুত ভুলৰ জন্ম দিয়ে। কিবা এটা দোষ লুকাবলৈ আমি—আৰু বহুতো দোষ কৰিবলৈ বাধ্য হওঁ।

বেলি ভালেমান হৈছিল।

বাৰাণ্ডাত চকিখনত বহি ধঁপাত হুপি থকা দেউতাক কুঁৱৰী বৌয়ে সপোনটোৰ কথা কৈছিল নেকি নাজানো। ৰূপৰ গুৰগুৰিটো ৰাতিপুৱাৰ ৰ'দত চিক্‌মিকাইছিল। দেউতাৰ মুখখন গম্ভীৰ। অৱশ্যে দেউতাৰ চকু মুখ দেখি আজি কালি একো বুজিব নোৱাৰি।

ইতিমধ্যে শোৱাৰ পৰা উঠি মই মুখ হাত ধুইছিলো। অলপ আগতে চাহ জলপান খাই উঠিছো। নবৌ তেতিয়াও শুই উঠা নাই। কুঁৱৰী বৌয়ে কৈছিল ঃ নবৌৰ গা ভাল নহয় হেনো। মূৰটো বৰকৈ কামুৰিছে।

মই ভালেই পাইছিলো। দিনৰ পোহৰত নবৌৰ সৈতে ভেটা-ভেটি হবলৈ মোৰ ভয় লাগিছিল।

কিন্তু নবৌ উঠিব। যোৱা নিশা টোপনি হোৱা নাছিল কাৰণে কুঁৱৰী বৌক তেনেদৰে ফাঁকি দিছে। আচলতে তেখেতৰ গা বেয়া লগা নাই ; মূৰ কামোৰা কথাষাৰ মিছা।

যোৱা নিশাৰ ঘটনাটোলৈ মনত পৰি বুকুখন কঁপি উঠিল। মোৰ সন্মুখত থিয় হবলৈ নবৌয়ে লাজ পাই তেনেদৰে শুই আছিল নেকি নাজানো। কিন্তু তেখেতৰ সৈতে মই মুখামুখি হব নোৱাৰিম। লাজত মৰি যাম।

দোষী-দোষী, অপৰাধী-অপৰাধী ভাব এটাই মোক অস্থিৰ কৰি তুলিছিল। নবৌ শুই উঠাৰ আগতেই মই যেন ক'ৰবালৈ পলাই যাম। ঘৰৰ পৰা আঁতৰি আহিব পাৰিলেই যেন ৰক্ষা পাওঁ।

চুটকেচটো খুলি চিঠিৰ খাম কেইটামান কুঁৱৰী বৌক দিছিলো।

ৰাতিপুৱাৰ কোমল ৰ'দটো তেতিয়া ভালেখিনি চোকা হৈ পৰিছিল। ভিতৰৰ পৰা নবৌৰ মাত এটা ভাঁহি আহি কাণত পৰিল। নবৌ চাগে শুই উঠিছিল। কুঁৱৰী বৌক কিবা কৈছে।

ইমান বেলিলৈ নবৌক শুই থকা ইয়াৰ আগতে মই কোনোদিনে দেখা নাই।

ৰোগৰ যন্ত্ৰণা সহ্য কৰিব পাৰি। কিন্তু অস্বস্তিত চটফট কৰা মনৰ তাড়ণা সহ্য কৰিব নোৱাৰি। অস্বস্তিকৰ মনৰ যন্ত্ৰণা—ৰোগৰ যন্ত্ৰণাতকৈও বোধহয় আৰু বেছি পীড়াদায়ক।

কিন্তু ককাইদেউ উভতি নহালৈকে ঘৰৰ পৰা মই আঁতৰি যাব নোৱাৰো। তেখেত উভতি অহালৈকে মই অপেক্ষা কৰিবই লাগিব। ঘৰখন এৰি নাযাবলৈ—যোৱাৰ আগতে তেখেতে মোক দঢ়াই দঢ়াই কৈ গৈছিল।

ফাঁচীৰ হুকুম হোৱা অপৰাধীৰ মনৰ অৱস্থা কেনে হয় নাজানো। কিন্তু মোৰ মনৰ অৱস্থা তেতিয়া কিজানি তাতকৈও আৰু বেছি শোচনীয় হৈ পৰিছিল।

মনতে ঠিৰাং কৰিছিলোঃ কোনোমতে ওলাই যাব পাৰিলে এইখন ঘৰলৈ আৰু কোনো দিনেই উভতি নাহো। প্ৰত্যেকবাৰেই ঘৰলৈ আহি বিপদত পৰিছো। সদায় উশাহ লব নোৱাৰা অৱস্থা এটাৰ সৃষ্টি হৈ পৰে। এনে অৱস্থাৰ সৃষ্টি হয়ঃ ঘৰৰ পৰা পলাই যাব নোৱাৰিলেই যেন উশাহ বন্ধ হৈ মই মৰি যাম।

কিন্তু কুঁৱৰী বৌ?

বেচেৰীলৈ বেয়া লাগিব।

বেয়া লাগিলেও উপায় নাই। মিঠা মাত এষাৰতকৈ জীৱন বহুত ডাঙৰ। এজনী বোৱাৰীৰ কাৰণে আত্মীয়জনৰ সখীত্বতকৈ স্বামীৰ ভালপোৱা মৰম আৰু বিশ্বাসৰ মূল্য বহুত বেছি।

ভগৱানৰ অস্তিত্ব সম্পৰ্কে বৈজ্ঞানিক সত্যতা কিবা আছে নে নাই—নাজানো। ঈশ্বৰ বিশ্বাসীসকল যদি দুৰ্বল—তেন্তে ময়ো দুৰ্বল; কাৰণ ভগৱানৰ অস্তিত্ব মই বিশ্বাস কৰো। সকলো মানুহেই বিশেষ একোটা মুহূৰ্ত্তত মোৰ দৰে কিজানি ভগৱান বিশ্বাসী হৈ পৰিবলৈ বাধ্য হয়। দুৰ্ঘোৰ নাস্তিকজনেও চৰম বিপদৰ মুহূৰ্ত্তত ভগবান বিশ্বাসী হৈ পৰে হবলা।

মানুহৰ সমস্যাৰ অন্ত নাই কিন্তু প্ৰত্যেক মানুহৰে সমস্যাবোৰ একে নহয়। বিভিন্নজনৰ বিভিন্ন সমস্যা। নগৰীয়ালোকৰ সমস্যাতকৈ অপেক্ষাকৃতভাৱে গঁঞা ৰাইজৰ সমস্যা বহুত কম। এজনৰ সমস্যাৰ লগত আন এজনৰ সমস্যা একে নহলেও তথাপি আমাৰ সেই সমস্যাবোৰৰ কোনোবাঁখিনিত অকণমান হলেও যেন মিল আছে। কিন্তু চাপৰি অথবা চৰ অঞ্চলৰ সমস্যাবোৰ গাওঁ আৰু নগৰৰ সমস্যাবোৰতকৈ সম্পূৰ্ণ বেলেগ; স্বকীয়া। দৰাচলতে সেইবোৰ একো সমস্যাই নহয়। কিন্তু সেইবোৰ সমস্যাই ভয়ঙ্কৰ ৰূপ লৈ বহুতৰ সৰ্বনাশ কৰে। পৰিণামত আৰম্ভ হয় অসূয়া, শঙ্কা, খুন—ৰক্তপাত আৰু একাধিক লোকৰ মৃত্যু।

কিছুমান সমস্যা আমি কেতিয়াবা নিজেও গঢ়ি লওঁ।

সমস্যা সমাধান কৰিব পাৰি। কিন্তু ইচ্ছাকৃতভাৱে নিজে গঢ়ি লোৱা সমস্যাবোৰৰ সমাধান কৰিব নোৱাৰি। সেইবোৰ সমস্যাৰ সমাধান কৰা বৰ জটিল।

চৰ বা চাপৰি অঞ্চলত বাস কৰা ৰাইজৰ মাজত আমাৰ দৰে শিক্ষা, স্বাস্থ্য, যান-বাহন, যাতায়াত অথবা তেনে ধৰণৰ কোনো সমস্যা নাই। তেওঁলোকৰ সমস্যা প্ৰধানকৈ দুটা: যৌন আৰু জীৱিকা। অৰ্থাৎ: জমি আৰু নাৰী। জমি আৰু শস্যৰ বেদখল সৰহ আৰু প্ৰধান। পৰ-স্ত্ৰী হৰণৰ সংখ্যা তাকৰ। কিন্তু ব্যভিচাৰ অথবা যৌন কেলেঙ্কাৰীৰ সংখ্যা উলাই কৰিব নোৱাৰি। ক্ষমতা

আৰু মাতব্বৰী দেখুৱাবলৈ গৈ সৃষ্টি কৰা সমস্যায়ো কেতিয়াবা ভীষণ ৰূপ লৈ হতাহতৰ সংখ্যা বঢ়ায়।

গুৰুতৰ সমস্যাৰ সৃষ্টি নহলে ইমান লৰালৰিকৈ ককাইদেউ কেতিয়াও চাৰি পাঁচ দিন থকাকৈ ঘৰ অঞ্চললৈ নাযায়। মোক ঘৰ ৰখীয়া থৈ যোৱা ককাইদেউ ঘূৰি নহালৈকে মই ঘৰ এৰি যাব নোৱাৰো। কিন্তু যোৱা নিশাৰ ঘটনাটোৰ পিচত মোৰ উশাহ বন্ধ হৈ যোৱা যেন লাগিছিল। এটা মুহূৰ্তও ঘৰত থাকিবলৈ মন যোৱা নাছিল। নবৌৰ সৈতে ভেটাভেটী হোৱাৰ ভয়ত মই অস্থিৰ হৈ পৰিছিলো।

তেতিয়া দুপৰীয়া হওঁ হওঁ।

মোৰ অসহায় অৱস্থাটো দেখি ভগৱান বোধহয় সদয় হৈছিল। আমি আটায়ে আচৰিত হৈছিলো। আমি মানে—মই, কুঁৱৰী বৌ আৰু নবৌ। চাপৰিত কমেও তিনি চাৰিদিন থাকিম বুলি কৈ যোৱা ককাইদেউ পিচদিনাখনেই ঘূৰি আহিছিল। লগত সৰু ককাইদেউ।

চাপৰি পাই বৰ ককাইদেউ আচৰিত হৈছিল। আচৰিত হৈছিল সৰু ককাইদেউ। চাপৰিলৈ যোৱা কাকাইদেৱে তেনেদৰে হঠাতে চকুৱা সকলৰ মাজত সৰু ককাইদেউক লগ পাব বুলি কল্পনাই কৰিব পৰা নাছিল। দুজনৰ দুটা বিভিন্ন স্বাৰ্থ। কিন্তু উদ্দেশ্য এটা। এজনৰ স্বাৰ্থঃ ব্যক্তিগত উদ্দেশ্য পূৰণৰ বাবে বিচৰা ৰাইজৰ শান্তি: আনজনৰ স্বাৰ্থঃ জন-সেৱাৰ কাৰণে ৰাইজৰ মাজত ঐক্য আৰু শান্তি ফিৰাই অনাৰ প্ৰচেষ্টা।

সৰু ককাইদেউৰ বৃহত্তৰ স্বাৰ্থসিদ্ধিৰ প্ৰচেষ্টাত আটাইতকৈ বেছি উপকৃত হৈছিল ব্যক্তিগত স্বাৰ্থ পুৰণৰ কাৰণে চাপৰিলৈ যোৱা বৰ ককাইদেউ।

সৰু ককাইদেউ ঘৰলৈ আহিম বুলি ভবা নাছিল। কিন্তু মাৰ মৃত্যু-সংবাদটোৱে তেখেতক ঘৰলৈ টানি আনিছিল। ককাইদেউৰ মুখত তেনে সংবাদ এটা শুনিব বুলি সৰু ককাইদেৱে আশা কৰা

নাছিল। অবিশ্বাস্য যেন লগা এটা সঁচা সংবাদ। মৃত্যুৰ আগ মুহূৰ্তত মাক দেখা নোপোৱাৰ বেদনাত মুক হৈ যোৱা সৰু ককাইদেৱে অসহায় শিশু এটাৰ দৰে চাপৰিব পৰা বৰ ককাইদেউৰ সৈতে আহি ঘৰ পাইছিলহি।

সেই দিনটোৰ কথা আজিও মোৰ মনত আছে। চন, তাৰিখ পাহৰি যোৱা নাই। সেইদিনা আবেলি ঘৰ এৰি আঁতৰি অহাৰ পিচত মই আৰু উভতি যোৱা নাই। দুপৰীয়া তিনিওজন ভাই-ককায়ে একে লগে খোৱা সেই সাজেই আছিল মোৰ কাৰণে ঘৰৰ শেষ ভাত। মই আহিবলৈ ওলোৱা দেখি ককাইদেৱে কৈছিল: আজিয়েই যাব নে? কেইদিনমান ছুটী আছে বুলিছিলি নহয়?

সৰু ককাইদেৱে কৈছিল: পাৰ যদি থাকচোন। ময়ো কেইদিন-মান থাকিম বুলি ভাবিছো। তই থাকিলে ভাল লাগিব।

আমাৰ কথাবোৰ নবৌয়ে শুনি আছিল হবলা। সৰু ককাই-দেউৰ কোৱা শেষ হোৱাৰ লগে লগে পৰ্দাখন ঠেলি ভিতৰলৈ সোমাই আহি ককাইদেউলৈ চাই কৈছিল: তোমাৰ ভাল লাগিলে কি হব? যাব খুজিছে—যাওঁক। চৰকাৰী চাকৰিৰ কথা সুকীয়া। চাকৰিৰ গণ্ডগোল লাগিলে—তোমাৰ দৰে বনৰীয়া হৈ ঘূৰি ফুৰিলেহে হব।

নবৌয়ে কিয় তেনেদৰে কৈছিলে মই বুজি পাইছিলো। কিন্তু ককাইদেউহঁতে বুজি পোৱা নাছিল।

মই আঁতৰি আহিছিলো।

কিন্তু কুঁৱৰী বৌ?

বেচেৰীয়ে মোক দহোকুৰি শপত দিছিল: মোৰে শপত, আৰু কেইদিনমান থাকাচোন। ককায়েৰা ঘূৰি নহা হলে কেনেকৈ গ'লাহেঁতেন?

কিন্তু মই সকলোকে ফাঁকি দিছিলো। ফাৰ্মৰ চাকৰি। ছুটী লোৱাৰ অসুবিধা বহুত। ছুটী বঢ়াই দিয়াৰ কাৰণে টেলিগ্ৰাম কৰিছিলো যদিও ছুটী বঢ়াই দিয়ে নে নাই সন্দেহ। ছুটী বঢ়াই

দিয়াৰ ইচ্ছা থকা হলে জোনেল মেনেজাৰৰ পৰা ইতিমধ্যে নিশ্চয় খবৰ পালোহেঁতেন।

জোনেল মেনেজাৰৰ পৰা খবৰ নোপোৱা কৈ ছুটী বঢ়াই ললে চাকৰিত অসুবিধা হব পাৰে বুলি কোৱা কথাষাৰ মিছা। এটা জীয়া ফাঁকি। কিন্তু ককাইদেউহঁতে সেইটোকে বিশ্বাস কৰিছিল। কুঁৱৰী বৌয়ে কান্দিছিল। ঘৰলৈ আৰু কেতিয়া যাম—সুধিছিল।

দেউতা নিৰ্বিকাৰ।

"মই আছো দেউতা" বুলি ভুভৰি চুই সেৱা কৰোতে কৈছিল: যা।

মালৈ মনত পৰি চকু ডুটা সেমেকিছিল। বেচেৰী কুঁৱৰী বৌলৈ বেয়া লাগিছিল।

কানি কাপোৰ পিন্ধি মোৰ লগত যাবলৈ ওলোৱা দেখি দেহীৰামক সুধিছিলো: তই আকৌ ক'লৈ ওলালি দেহীৰাম ?

"ইটিচনলৈ।"

"কেলেই ?"

"আপোনাৰ বাকচটো নিব লাগিব নহয়। ময়ো ইটিচনলৈ যাম দেউতা।"

বেচেৰা।

বাকচটো মানে—এটা সৰু চুটকেচ। ভিতৰত কেইসাজমান কাপোৰ, দাঢ়ি খুড়োৱা চেভিং চেট এটা, চেণ্ডেল এজোৰ, টুথ-ব্ৰাছ এডাল আৰু পেষ্ট অকণমানৰ এটা টিউব। চুটকেচটো নিবলৈ মোৰ অকণো অসুবিধা নহয়।

ইটিচন মানে—বাছ ষ্টেণ্ড।

সময়ৰ বিবৰ্তনে সমাজলৈ পৰিবৰ্তন আনে। শাসনৰ পৰিবৰ্তনে আনে দেশৰ পৰিবৰ্তন। স্বাধীনতাৰ পিচত বহুতো আলি-পদূলি বাঢ়িল। যান-বাহনৰ সুবিধা হ'ল। তাহানিৰ দৰে গুৱাহাটীলৈ যাবলৈ আজিকালি বিশেষ একো অসুবিধা নাই। ৰাজ্যিক পৰিবহন বিভাগৰ বাছ চলে। লাইন বাছ, টেক্সি আদিৰো অসুবিধা নাই।

চুটকেছটো কঢ়িয়াই নিয়াৰ কাৰণে বাছ ষ্টেণ্ডলৈ দেহীৰাম যোৱাৰ কোনো অৰ্থ নাই। গতিকে তাৰ হাতৰ পৰা চুট্‌কেচটো লৈ নঙলা চেৰাই আলিবাট পাইছিলোহি।

মনটো গধুৰ লাগিছিল। আৰু কোনো দিনে উভতি নহাৰ প্ৰতিজ্ঞা লৈ এৰি অহা ঘৰখন শেষ বাৰৰ বাবে আকৌ এবাৰ চাই লবলৈ মন গৈছিল।

"দেউতা।"

চিনাকি মাতটো শুনি থমকি ৰৈ পিচলৈ উভতি চালো। ফোঁপাই জোপাই দেহীৰাম মোৰ ওচৰলৈ দৌৰি আহিছে।

"কি হল অ' দেহীৰাম?" ওচৰ পালত সুধিছিলো।

"নাই, মানে দেউতা—···।"

"নাই মানে কি? নকৱ কেলেই?" কিবা এষাৰ কব খুজি আধা কোৱাকৈ ৰৈ যোৱা দেহীৰামক মই সুধিছিলো।

"এই চিঠিখন—সৰু আইদেউ ··মানে দেউতা ·।" দেহীৰামে কথাষাৰ সম্পূৰ্ণ কৈ কব পৰা নাছিল।

তাৰ হাতৰ পৰা চিঠিখন লৈ খামটোৰ ওপৰৰ ঠিকনাটোলৈ চাইছিলো ঃ কুঁৱৰী বৌয়ে মাকলৈ লিখা চিঠি। সেই চিঠিখনকে বোধহয় আগদিনা নিশা ভালেমান পৰলৈ উজাগৰে থাকি মাকলৈ লিখিছিল।

"সৰু আইদেৱে—মানে দেউতা মই ইটিচনলৈ···।"

দেহীৰামে কি কব খুজিছিল—বুজিছিলো। মোৰ লগত বাছ ষ্টেণ্ডলৈ যাবলৈ ওলোৱা দেহীৰামক কুঁৱৰী বৌয়ে চিঠিখন ডাকত দিবলৈ কৈছিল চাগে। কিন্তু তাৰ যোৱা নহ'ল।

চিঠিখন মই ডাকত দিম বুলি কৈ দেহীৰামক ওভতাই পঠিয়াইছিলো।

······ ······ ······

··· ···

কুঁৱৰী বৌয়ে যি আশঙ্কা কৰিছিল—অৱশেষত সেইটোয়ে হ'ল গৈ। আমাৰ মনবোৰে অনাগত ভৱিষ্যতৰ বহু কথাই জানে কি বাৰু ?

এটা দুটা নহয়—মাৰ মৃত্যুৰ পিচত কেবাটাও বছৰ পাৰ হৈ গৈছিল। ঘৰৰ পৰা অহাৰ পিচত এবছৰমানলৈ কুঁৱৰী বৌৰ পৰা কেবাখনো চিঠি পাইছিলো। কিন্তু উত্তৰ দিয়া নাছিলো। উত্তৰ দিয়াৰ পৰিৱেশ নাছিল। সেই পৰিৱেশ মোৰ নহয়—গাঁৱৰ ঘৰখনৰ। জানো ঃ মোৰ পৰা উত্তৰ নাপাই কুঁৱৰী বৌয়ে মনত বেজাৰ পাইছিল। কিন্তু মই অসহায়; নিৰুপায়। তেখেতৰ চিঠিৰ মই উত্তৰ দিব নোৱাৰো। কিয় উত্তৰ দিব নোৱাৰো—দিয়া নাছিলো—সেই কথা জনোৱাৰো মোৰ উপায় নাছিল। এখন এখনকৈ দিয়া আঠ দহখন চিঠিৰ উত্তৰ নাপাই—তেখেতে কি ভাবিছিল—নাজানো।

আনৰ চিঠি পঢ়ি চোৱাৰ কু-অভ্যাস মোৰ নাই।

কিন্তু দেহীৰাম ডাকত দিবলৈ দিয়ে চিঠিখন পঢ়ি চাবলৈ বাধ্য হৈছিলো। শকত খামৰ এখন চিঠি। কুঁৱৰী বৌয়ে মাকলৈ ইমান দীঘলীয়া চিঠিখনত কি লিখিছিল—সেই বিষয়ে জনাৰ কোনো কৌতূহল মোৰ নাছিল। কিন্তু যথা সময়ত ডাকত দিবলৈ পাহৰি যোৱা চিঠিখন ইমান দিন পিচত ডাকত দিয়াৰ কিবা যুক্তি আছে নে নাই সেই কথা নিৰ্ণয় কৰিবলৈহে পঢ়ি চাইছিলো।

কিন্তু চিঠিখন নপঢ়া হলেই ভাল আছিল কিজানি। আমাৰ ঘৰখনৰ প্ৰশংসাৰে লিখা চিঠিখন পঢ়ি মোৰ নিজৰে লাজ লাগিছিল। সঁচাকৈয়ে জানো কুঁৱৰী বৌয়ে লিখাৰ দৰে—আমাৰ ঘৰখন ইমান প্ৰশংসাৰ যোগ্য ? অৱশ্যে চিঠিখন পঢ়ি মোৰ সন্দেহ এটা দূৰ হৈছিল। কুঁৱৰী বৌৰ মনৰ শঙ্কাৰ কাৰণটো চিঠিখনত স্পষ্টকৈ ফুটি ওলাইছে। তেখেতে তেনেদৰে মন মাৰি থকাৰ কাৰণটো সেই চিঠিখন পঢ়িহে মই বুজি পাইছিলো। দীঘলীয়া চিঠিখনৰ এঠাইত লিখিছিল ঃ জানা মা, মোৰ সদায় ভয় হয়—ইমান সুখ, ইমান মৰম ভগৱানে জানো সহ্য কৰিব ? আমি যে বৰ দুৰ্ভগীয়া। অথচ এইখন

ঘৰক আমি ফাঁকি দিছো। দৰাঘৰে বেছি শিক্ষিতা ছোৱালীৰ প্ৰয়োজন নাই বুলি কোৱা কাৰণে মই যে মেট্ৰিক পাছ সেই কথাষাৰো আমাৰ ফালৰ পৰা তেতিয়া গোপন কৰা হৈছিল। এইখন ঘৰৰ সকলোৱে জানে ঃ মই হাইস্কুলৰ এটা নে দুটা শ্ৰেণীহে মাথোন পঢ়িছিলো। মোৰ শিক্ষা সম্পৰ্কে তেতিয়া দিয়া ফাঁকিটোৰ কাৰণে প্ৰত্যেক মুহূৰ্ততে মোৰ বুকুখন কঁপি থাকে। সঁচা কথাটো কেনেবাকৈ জানিবলৈ হলে মোৰ কি হব? মোক কি বুলি ভাবিব? তদুপৰি ইমান ধনী আৰু মৰমীয়াল ঘৰখনত মোৰ বিয়া হোৱা কাৰণে মোমাইদেউহঁতে যে ভাল পোৱা নাই—তাৰ কাৰণে তোমাক আজি কালি দুৰ্ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে—তুমি নকলেও—নজনালেও—মই জানো; মই গম পাওঁ। মোমাইদেউৰ তেনে ঈৰ্ষা হোৱাটোৱেই স্বাভাৱিক। কাৰণ মোমাইদেউৰ ছোৱালী জুৰি বাইদেউৰ শহুৰেকৰ ঘৰৰ অৱস্থা ভাল নহয়। এইখন ঘৰৰ দৰে সেইখন ঘৰৰ তেনে কোনো বংশমৰ্য্যাদা নাই। সেইকাৰণে মোৰ সদায় ভয় হয় ঃ জা[illegible]টা ঈৰ্ষাকাতৰ হৈ মোমাইদেৱেই মই মেট্ৰিক পাছ বুলি এইখন ঘৰত জনাই দিয়ে।

সেইটো হবলৈ হলে মোৰ কি হব মা? মই যে ভাবিবই নোৱাৰো। ইমান দিনে বোপাইক লগ পোৱা নাছিলো। মাথোন জানিছিলো ঃ মোৰ এজন দেওৰ আছে; ক'ৰবাত চাকৰি কৰে। কিন্তু তেওঁক এইবাৰ লগ পোৱাৰ পিচত বুজিছো ঃ মই ভাগ্যৱতী। ইমান মৰমীয়াল দেওৰ কোনোবাই কেতিয়াবা পাইছে নে নাই—মই নাজানো। এবাৰ ভাবিছিলো ঃ তেওঁক সঁচা কথাষাৰ কৈ দিওঁ। বৰ জনাৰ ওচৰত সঁচা কথাষাৰ স্বীকাৰ কৰি ক্ষমা খুজিম নেকি তেওঁক সুধিম। কিন্তু কব নোৱাৰিলো; সুধিব নোৱাৰিলো।

জানা মা, বিয়াৰ পিচত ইমান দিনে তোমাৰ অভাৱটো মই ইমান বেছি অনুভৱ কৰা নাছিলো। কিন্তু আইৰ মৃত্যুৰ পিচত তোমালৈচোন মোৰ ঘনাই মনত পৰিছে। দেউতা, বাইদেউ,

বোপাই আৰু বৰ জেঁৱায়েৰাৰ ইমান মৰম—ইমান ভালপোৱা, স্নেহ যেন মোৰ সহ্য নহয়। সেইকাৰণেই ভয় হৈছেঃ আমাৰ ইমান সৌভাগ্য ভগৱানে সহিব জানো? জানা মা, আজিহে বুজিছোঃ অতি মৰম আৰু আদৰ চেনেহেও মানুহক আমুৱায়। ঘৰৰ কাম-বন কৰি—ঘৰ সাৰি মচি, ভাত ৰান্ধি আমি ভাল পাওঁ। ৰাজকুমাৰীৰ দৰে এলেহুৱা জীৱন আমাৰ ভাল নালাগে। ঘৰখনৰ ধাৰণাঃ মই যেন মমৰ পুতলা; কিবা অকণমান কষ্ট পালেই জ্বলন্ত মমৰ দৰে গলি পমি যাম।

অথচ বাইদেউ? বাইদেৱে ৰাতিপুৱাৰে পৰা দোভাগ নিশালৈ অকণো আহৰি নাপায়। ঘৰৰ সকলো কাম কৰে।

... ... ... ...

তাৰ পিচতো তেখেতে আৰু বহুত কিবা কিবি লিখিছিল। আটাইখন চিঠি পঢ়ি চোৱাৰ প্ৰয়োজন বোধ নকৰিলো। চিঠিখন বন্ধ কৰি ডাকত দিয়াইছিলো। কিন্তু সময় মতে ডাকত দিবলৈ পাহৰি যোৱা কাৰণে অপৰাধী অপৰাধী যেন লাগিল। অনুশোচনা হৈছিল। গুৱাহাটীৰ পৰা প'ষ্ট কৰিম বুলি চিঠিখন চুটকেচত ভৰাই থৈয়েই ভুল কৰিছিলো। জেপত থকা হলে তেনেদৰে দহ পোন্ধৰ দিন চুটকেচৰ কাগজ-বোৰৰ মাজত পৰি নাথাকিলহেঁতেন।

কুঁৱৰী বৌৰ সেই চিঠিখন পঢ়ি সঁচাকৈয়ে মই ভুল কৰিছিলো। চিঠিখন নপঢ়া হলে আমাৰ ঘৰখনৰ প্ৰত্যেকজনৰ প্ৰতি থকা কুঁৱৰী বৌৰ উচ্চ ধাৰণাটোৰ বিষয়ে গম পোৱাৰ মোৰ কোনো উপায় নাছিল। কিন্তু বেচেৰীয়েতো নাজানেঃ নবৌয়ে আমাক কিমান সন্দেহ কৰে; আমাক মানে—কুঁৱৰী বৌক আৰু মোক। সেই কাৰণেই কুঁৱৰী বৌৰ চিঠিৰ উত্তৰ দিবলৈ মোৰ ভয় হৈছিল। কিয়নো সেই চিঠি অকল কুঁৱৰী বৌয়েই নাপায়—নবৌয়েও পাব; পঢ়িব। আমাৰ চিঠিৰ আদান-প্ৰদানে নবৌৰ সন্দিহান মনটোক যদি আৰু বেছি ক্ষুৰধাৰ কৰি তোলে? কুঁৱৰী বৌক প্ৰকাশ্যে ঠাট্টা-বিদ্ৰূপ কৰিবলৈ আৰম্ভ কৰে?

নাৰী সন্দেহশীলা। মাতৃসন্তুৱা নাৰীৰ প্ৰতি নিঃসন্তান পত্নীৰ আক্ৰোশ—সহজাত। আমাৰ নিষ্পাপ সম্পৰ্কৰ মাজত কলুষতাৰ গোন্ধ পোৱা নবৌৰ কাৰণেই মই নীৰৱ হৈ ৰ'বলৈ বাধ্য হৈছিলো। এখন চিঠিৰ উত্তৰ দিলে—আৰু বহু চিঠিৰ উত্তৰ দিব লাগিব। চিঠিৰ আদান-প্ৰদানৰ সংখ্যা বৃদ্ধি হব। কিন্তু মোৰ পৰা প্ৰত্যুত্তৰ নাপালে কুঁৱৰী বৌ আপোনা-আপুনি এদিন নীৰৱ হৈ যাবলৈ বাধ্য হব। মোৰ পৰা প্ৰত্যুত্তৰ নাপাই বেচেৰীয়ে নিশ্চয় মনত আঘাত পাইছিল—জানো। কিন্তু উপায় নাছিল। প্ৰতিহিংসাৰ জ্বালাত নবৌয়ে যদি আমাৰ বিৰুদ্ধে সৰু ককাইদেউক কিবাকিবি কথা লগায়?

সময় পাৰ হৈ গৈছিল। সময় নহয়; দিন, পষেক আৰু মাহ।

এটা দুটাকৈ পাৰ হৈ যোৱা প্ৰায় ছটা মাহৰ ভিতৰত কুঁৱৰী বৌৰ পৰা মই কেবাখনো চিঠি পাইছিলো। কিন্তু এখনৰো উত্তৰ দিয়া নাছিলো, নাছিলো নহয়—উত্তৰ দিব খুজিও মৌন হৈ ৰ'বলৈ বাধ্য হৈছিলো।

কুঁৱৰী বৌয়ে হয়তো ভাবিছিল: তেখেতৰ চিঠিবোৰ মই কিজানি পোৱাই নাই। অ'ত ত'ত ঘূৰি ফুৰা কাৰণে আনৰ হাতত পৰিছে।

অপ্ৰত্যাশিত সুযোগ এটা পাই মনটো নাচি উঠিছিল। সেয়া মাৰ মৃত্যুৰ ছমাহ পিচৰ কথা। মই সিদিনা নিজকে ভাগ্যৱান বুলি ভাবিছিলো। কিন্তু সেয়া হয়তো সৌভাগ্য নাছিল; আমাৰ ঘৰ-খনৰ কাৰণে আছিল দুৰ্ভাগ্য। সেই সুযোগটো নোপোৱা হলে মোৰ জীৱনৰ সুঁতিয়ে হয়তো আজি আনফালে গতি ললেহেতেঁন। এটা বংশৰ ধ্বংসৰ কলঙ্ক মই মূৰ পাতি লবলগীয়া নহলোহেঁতেন।

চৰকাৰী সৰু চাকৰিতকৈ ৰিপুটেড কোম্পানীৰ কিছুমান ফাৰ্মৰ চাকৰিৰ দৰমহা আৰু সা-সুবিধা যথেষ্ট সৰহ। দৰৱ-প্ৰস্তুতকাৰী ভাৰতীয় ফাৰ্মবোৰৰ মুখ্য কাৰ্য্যালয় প্ৰায়বোৰেই বোম্বাইত অৱস্থিত। তেনে এখন ফাৰ্মৰ হিচাব পৰীক্ষক এজনে পূৰ্বাঞ্চলৰ 'চেলচ্ এণ্ড

ষ্ট’ৰ’ ডিপাৰ্টৰ জেনেল মেনেজাৰলৈ প্ৰমোচন পোৱাটো সৌভাগ্যৰ কথা। দৰ্মহাৰ সংখ্যা গধুৰ; সা-সুবিধা বহুত বেছি। গাড়ী, ঘৰ ভাৰাৰ ওপৰিও অন্যান্য বানচ আৰু প্ৰভিডেণ্ড ফাণ্ড, আদিৰ ব্যৱস্থা আছে। অৱশ্যে চৰকাৰী চাকৰিৰ দৰে পেঞ্চনৰ ব্যৱস্থা নাই।

কি যোগ্যতাৰ ভিত্তিত তেনে এটা চাকৰিৰ কাৰণে মোক নিৰ্বাচন কৰিছিল—নাজানো। প্ৰশিক্ষণৰ কাৰণে বোম্বাইলৈ মাতি পঠিওৱা চিঠিখন পাই মই উৰুলিকৃত হৈ পৰিছিলো। চাৰি মহীয়া প্ৰশিক্ষণৰ সময় চোৱাত দৰ্মহাৰ ওপৰিও প্ৰশিক্ষণ ভাট্টা দিয়াৰ ব্যৱস্থা আছে। গতিকে প্ৰশিক্ষণৰ সময়ত মোৰ টকা পইচাৰ একো অসুবিধা নহয়।

টালি টোপোলা বান্ধি বোম্বাইলৈ যোৱাৰ কাৰণে মই প্ৰস্তুত হৈছিলো। এয়াৰৰ টিকেট পাম বুলি আশা কৰা নাছিলো। কিন্তু পাইছিলো। টিকেট পোৱাত বিশেষ একো অসুবিধা নহল।

কিন্তু যাত্ৰাৰ আগ মুহূৰ্ত্তত পোৱা বৰ ককাইদেউৰ চিঠিখনেহে মনটো সেমেকাই পেলাইছিল। ককাইদেৱে লিখিছিল: ভাবিব পৰা নাছিলো অৱশেষত যে এনেখন হব গৈ। আশা নকৰা দুঃসংবাদটো পাই এই মৰ্মান্তিক আঘাত পাবি—জানো। কিন্তু উপায় কি? নিয়তিৰ যি নিষ্ঠুৰ বিচাৰ প্ৰতিৰোধ কৰাৰ ক্ষমতা আমাৰ নাই—তাক সহজ ভাৱে মানি লোৱাৰ বাহিৰে জানো আন কিবা উপায় আছে? ডাক্তৰৰ ৰিপৰ্ট সঁচা নহওক বুলিয়েই ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছো। ডাক্তৰৰ ডায়গন’চিচ যদি সঁচা হয়—তেন্তে দেউতাৰ সেয়া লিভাৰ কেন্সাৰ; চিৰ’চিচ অৱ লিভাৰ।

তোলৈ অপেক্ষা কৰি চিকিৎসাৰ বাবে পলম কৰাৰ কথা ভবা নাই। কাইলৈকে দেউতাক লগত লৈ মই মাদ্ৰাজলৈ যোৱাৰ কথা ভাবিছো। দেউতাৰ পৰীক্ষা, মেডিকেল ৰিপৰ্ট আৰু এয়াৰৰ টিকেট লবলৈ গুৱাহাটীলৈ যোৱাৰ সময়ত তোক বিচাৰিছিলো। তই হেনো

সেই সময়ত ধুবুৰী নে ডিবুৰুলৈ গৈছিলি। ইতিমধ্যে নিশ্চয় গুৱাহাটী পাইছহি।

মাজু মইনাৰ কথা তই জানই। সি ঘৰত নাই। অহা নিৰ্বাচনৰ কাৰণে অত্যন্ত ব্যস্ত। অৱশ্যে নিৰ্বাচনত সি প্ৰতিদ্বন্দ্বিতা কৰা নাই। বোৱাৰীজনীৰ গা ভাল নহয়। কি অসুখ বুজিছই। এনে অৱস্থাত ঘৰত আমাৰ কোনোবা এজনৰ উপস্থিতি অপৰিহাৰ্য্য। নতুন প্ৰসূতিৰ ক্ষেত্ৰত অত্যন্ত সাৱধান হোৱা উচিত। ডাঙৰ নবৌয়েৰাও এই বিষয়ত অনভিজ্ঞা। গতিকে ছুটী লৈ আহিব নোৱাৰিলেও মাজে সময়ে আহি ঘৰখনৰ তদাৰক লৈ থাকিবিহি। মাদ্ৰাজ পায়েই—মানে ভেলোৰতে চিট পাওঁ নে মাদ্ৰাজৰ আৰে-আৰলৈ আহিব লাগে—চিকিৎসাৰ বাবে কিমান দিনৰ প্ৰয়োজন—সকলো জনাই চিঠি দিম। কিন্তু ঘৰৰ সকলো দায়িত্ব তোৰ ওপৰতে নিৰ্ভৰ কৰি মই যাবলৈ ওলালো। বিশেষকৈ তোৰ কুঁৱৰী বৌয়েৰাৰ কাৰণেহে মই অত্যন্ত চিন্তিত হৈ পৰিছো।·····ইত্যাদি।

ককাইদেউৰ চিঠিখনে মোক চিন্তিত কৰি তুলিছিল। মই কিংকৰ্তব্যবিমূঢ় হৈ পৰিছিলো। মই কি কৰা উচিত? এবাৰ পিচলি গলে সুযোগ আৰু তুনাই উভতি নাহে। ঘৰলৈ গৈ মই কি কৰিম? নবৌ আছে। প্ৰশিক্ষণ লবলৈ নগলেও দীঘলীয়া ছুটী লৈ মই গৈ ঘৰত বহি থাকিব নোৱাৰো। ককাইদেউ ঘূৰি আহোতে কিমান দিন বা লাগে কি ঠিক? অনিশ্চিত সময়ৰ বাবে ছুটী লৈ ঘৰ ৰখীয়া হবলৈ গলে—চাকৰি ইস্তফা দিয়াৰ বাহিৰে আন উপায় নাই। তদুপৰি নবৌয়ে বা আকৌ কি ভাবে জানো? কিবা এটা ব্যৱস্থা নকৰাকৈ ককাইদেৱে মোৰ ওপৰতে নিৰ্ভৰ কৰি নিশ্চয় এৰি যাবলৈ ওলোৱা নাই।

হাতৰ ঘড়ীটোলৈ চালো। চিটি অফিচৰ পৰা এয়াৰ ফিল্ডলৈ বাছ এৰিবলৈ আৰু বেছি সময় নাছিল। লৰালৰিকৈ বিছনা এখনত বিছনাখন আৰু চুটকেচটো তুলি দি চিটি অফিচ পালো গৈ।

মনটোক বুজনি দিবলৈ যত্ন কৰিছিলোঃ বোম্বাই পোৱাৰ পিচত ভাবি চিন্তি কিবা এটা সিদ্ধান্ত লম। নিতান্ত প্ৰয়োজন হলে প্ৰশিক্ষণ সমাপ্ত হোৱাৰ আগেয়ে গুচি আহিম।

আমাৰ বিচাৰ-বুদ্ধিয়েই শুদ্ধ বুলি ভবা সিদ্ধান্তবোৰ তেনেকৈয়ে কেতিয়াবা কেতিয়াবা ভুল হৈ যায়। সমস্যাবোৰৰ সকলোবোৰ দিশ সুস্থ আৰু স্থিৰ মগজুৰে বিচাৰ কৰি চাব নজনাটোয়ে আমাৰ দোষ।

প্ৰশিক্ষণ আৰম্ভ হোৱাৰ কেইদিনমান পিচত।

ককাইদেউলৈ চিঠি লিখিবলৈ কাগজ কলম আগত লৈ থমকি ৰ'লো। ক'লৈ চিঠি দিম? কোন ঠিকনাত চিঠি লিখিম? অৱশ্যে প্ৰশিক্ষণ সমাপ্ত নকৰাকৈয়ে ঘৰলৈ মই গুচি আহিব পাৰিলোহেঁতেন। কিন্তু মই যদি ঘৰলৈ অহাৰ আৱশ্যক নহয়? ককাইদেউ আৰু দেউতা যদি ইতিমধ্যে ঘৰলৈ ঘূৰি আহিছে? চিকিৎসাৰ প্ৰয়োজন নহল? হাস্পাতালত চিট পোৱা নাই? তেনে ক্ষেত্ৰত প্ৰশিক্ষণ আধৰুৱাকৈ ঘৰলৈ ঘূৰি অহাৰ বিনিময়ত জীৱনৰ উজ্জ্বল ভৱিষ্যত এটা ধ্বংস কৰাৰ বাহিৰে লাভ একো নহব। প্ৰশিক্ষণ লবলৈ অহাৰ আগ মুহূৰ্তত মই কি ভুল সিদ্ধান্ত লৈছিলো তেতিয়াহে মোৰ উপলব্ধি হৈছিল।

তেনে এটা অনিশ্চয়তাৰ মাজত ঘৰলৈ ঘূৰি অহাৰ কিবা যুক্তি আছে জানো?

কি কৰিম—কি কৰা উচিত—স্থিৰ সিদ্ধান্ত লব নোৱাৰি মই অস্থিৰ হৈ পৰিছিলো; মনটো অশান্ত হৈ পৰিছিল। নিজকে বৰ অপৰাধী আৰু স্বাৰ্থপৰ যেন লাগিছিল।

এসপ্তাহ দুসপ্তাহকৈ সময় পাৰ হৈ গৈছিল।

প্ৰশিক্ষণ আৰম্ভ হোৱাৰ কেইসপ্তাহমান পিচতেই আৰম্ভ হৈছিল ব্যৱহাৰিক জ্ঞান আহৰণৰ কাৰণে শিক্ষামূলক ভ্ৰমণ। বৰোদা, আহমেদাবাদ, দিল্লী, জয়পুৰ, লক্ষ্ণৌ আদি বিভিন্ন চেলচ্ এণ্ড ষ্ট'ৰ

চেণ্টাৰবোৰলৈ নি আমাক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল। গতিকে একে ঠাইতে থিতাপি লাগি থকাৰ সুবিধা পোৱা নাছিলো।

অৱশেষত ককাইদেউৰ ঠিকনাটো সংগ্ৰহ কৰাৰ উপায় এটা পাইছিলো। . ককাইদেৱে ইতিমধ্যে নিশ্চয় ঘৰলৈ চিঠি লিখিছে। নবৌলৈ চিঠি এখন লিখি ককাইদেউৰ ঠিকনাটো খুজি পঠিয়ালো। কিন্তু নবৌয়ে মোক কোন ঠিকনাত উত্তৰ দিব? মোৰ ঠিকনাটো লৈয়ে আকৌ সমস্যা হ'ল।

বুৰ্বকামিৰ কাৰণে নিজৰ ওপৰতে ভীষণ খং উঠিল। এনেকুৱা আহুকালত পৰিম বুলি তেতিয়া ভাবিবই পৰা নাছিলো।

নিৰুপায় হৈ প্ৰশিক্ষণ কেন্দ্ৰৰ ঠিকনাত উত্তৰ দিবলৈ অনুৰোধ কৰি নবৌলৈ চিঠি "এখন লিখিলো। তাৰ বাহিৰে মোৰ কৰিবলগীয়া একো নাছিল।

চকুৰ আঁতৰ হলে হেনো মনৰো আঁতৰ হয়। কথাষাৰ মিছা নহয় কিজানি। ব্যস্ততা আৰু জীৱন-যুদ্ধই আমাক আৰু বেছি আত্মকেন্দ্ৰিক কৰি তুলিছে হবলা। দিন পূৰণি হোৱাৰ লগে লগে ক্ৰমান্বয়ে মই ঘৰৰ চিন্তা পাহৰি গৈছিলো। সৰু ককাইদেউৰ ওপৰত ভীষণ খং উঠিছিল। স্বামী হৈ যদি এনেকুৱা বিপদৰ সময়ত পত্নীৰ ওচৰত নাথাকে—তেন্তে মোৰ কি প্ৰয়োজন? কুঁৱৰী বৌ মোৰ বৰ মৰমৰ। সঁচা কথা—তেখেত মোৰ নবৌ।

কিন্তু?

মোৰ সেই মৰমে যদি ফেটী সাপ হৈ খোটে? অমৃতে যদি হলাহল বিষ হৈ পৰে? এই সময়ত কুঁৱৰী বৌৰ ওচৰত মোতকৈ সৰু ককাইদেউৰ উপস্থিতিহে বেছি প্ৰয়োজন। দায়িত্ব জ্ঞান নোহোৱা মানুহক সহানুভূতি দেখুৱাটো অন্যায়।

অসহায় হৈ নিজকে তেনেদৰে প্ৰবোধ দিয়াৰ বাহিৰে মোৰ আন কোনো উপায়ো নাছিল।

কথাবোৰ পাগুলি পাগুলি এঢোক এঢোককৈ কিমান গিলাছ গিলি শেষ কৰিছিলো—তালৈ মোৰ খেয়াল নাছিল। কিন্তু পৰিমাণটো যে যথেষ্ট বেছি হৈছিল—বুজিছিলো। চকু দুটা পুৰিছিল। মূৰটো গধুৰ গধুৰ লাগিছিল। জোৰকৈয়ে পুৰণি কথাবোৰ পাহৰি যাবলৈ যত্ন কৰি চকু দুটা মুদি দিছিলো। কিন্তু নোৱাৰিলো। যত্ন কৰিলেই সকলো কথা পাহৰা নেযায়। মদৰ ৰাগীৰ সেইটোয়ে মাৰাত্মক দোষ। করুণ স্মৃতিবোৰ—পুৰণি কাহিনীবোৰ—সজীৱ হৈ চকুৰ আগত ভাঁহি উঠে। বিস্মৃতিৰ অন্ধকূপৰ মাজত লুকাই থকা বেদনাহত জীৱনৰ মুহূৰ্তবোৰে আমনি কৰেহি। সেই কাৰণেই পাহৰি যাবলৈ যত্ন কৰা কুঁৱৰী বৌৰ করুণ কাহিনীটো মনত পৰি মোৰ কান্দি দিবলৈ মন গৈছিল। কুৰি বছৰ আগৰ কথাবোৰে মোক পুনৰ জুমুৰি দি ধৰিলেহি।

······প্ৰশিক্ষণ কেন্দ্ৰৰ ঠিকনাত মোৰ চিঠিৰ প্ৰত্যুত্তৰ হিচাবে দিয়া নবৌ চিঠিখন এঠাইৰ পৰা আন ঠাইলৈ ৰি-ডাইৰেক্টেড হৈ মোৰ ওচৰ পাওঁতে কেবা মাহো পাৰ হৈ গৈছিল। ইতিমধ্যে আমি প্ৰশিক্ষণ শেষ কৰি বোম্বাই পাইছিলোহি; আৰু কেইদিনমান পিচতে অসমলৈ উভতি আহিম। তিনিমাহ আগতে লিখা নবৌৰ চিঠিখনত ককাইদেউৰ ঠিকনাটো পাইছিলো যদিও সেই ঠিকনাত ককাইদেউলৈ চিঠি লিখাৰ আৰু প্ৰয়োজন নাছিল।

নবৌৰ চিঠিখন পোৱাৰ দুদিন নে তিনিদিন পিচতেই আৰু এখন চিঠি পাইছিলো। সেইখন যেন চিঠি নাছিল; আছিল বজ্ৰপাত। ককাইদেউৰ সেই চিঠিখন পাই প্ৰথমতে মই বিশ্বাস কৰিব পৰা নাছিলো। সেয়া যেন সঁচা নহয়। ককাইদেৱে মোৰ ওপৰত খং কৰি—মোৰ স্বাৰ্থপৰতাৰ কাৰণে মিছাকৈয়ে তেনেদৰে লিখিছে। কিন্তু মিছা নহয়; ককাইদেৱে খং কৰি লিখা নাছিল।

দেউতাক আৰু সুস্থ কৰি তুলিব পৰা নহ'ল। দেউতা ঢুকাল।

মৃত্যু অসহনীয়। কিন্তু সেই মৃত্যুকো আমি কেতিয়াবা সহজভাৱে

সবলৈ সক্ষম হওঁ; সহজভাৱে লব পাৰো—লওঁ। জৰাগ্ৰস্ত লোকৰ মৃত্যুত মনক সান্ত্বনা দিব পাৰি। কিন্তু অকাল মৃত্যুক মনত সান্ত্বনা দিব নোৱাৰি। অকাল মৃত্যু আৰু বেছি অসহনীয়।

ককাইদেৱে সেই একেখন চিঠিতে লিখিছিল: দেউতাৰ মৃত্যুক আমি আশীৰ্বাদ বুলিয়েই ধৰি লৈছো। তেখেতৰ কাৰণে সেয়া সঁচাকৈয়ে আশীৰ্বাদ। নহলে হয়তো ইমান গুৰুতৰ আঘাত আৰু মৰ্ম্মবেদনা দেউতাই সহ্য কৰিব নোৱাৰিলেহেঁতেন।

মাজু মইনা আৰু নাই। দেউতাৰ মৃত্যুৰ খবৰ পোৱাৰ আগতেই মাজু মইনা আমাৰ মাজৰ পৰা হেৰাই গ'ল। সেয়া যে ৰাজনৈতিক হত্যা সেই বিষয়ে আমাৰ কাৰো সন্দেহ নাই। মৃত্যু অবাৰিত। কিন্তু সাৰ্বভৌম গণতান্ত্ৰিক দেশ এখনত ৰাজনৈতিক হত্যাতকৈ আৰু বেছি লাজৰ, দুখৰ, কলঙ্কৰ আৰু ঘৃণনীয় কাম কিবা আছে নে নাই—মই নাজানো।

তাতকৈও দুখৰ কথা: আমাৰ ঘৰখনক দি থৈ যাব খোজা তাৰ শেষ আশীৰ্বাদকণো আমি হেৰুৱালো। মাজু মইনাৰ মৃত্যুৰ হিয়া ভগা বেদনা সহ্য কৰিব পাৰিলেও—তাৰ মৃত্যুৰ পৰবৰ্তী ঘটনাটো দেউতাই কোনোমতেই সহ্য কৰিব নোৱাৰিলেহেঁতেন। দেউতাই যি আশঙ্কা কৰিছিল—অৱশেষত সেইটোৱে হ'ল গৈ। ঘৰখনলৈ আহিব খোজা নতুন আলহীজন নাহিল। স্বামীৰ মৃত্যু-সংবাদ পাই মূৰ্চ্ছিতা হৈ পৰি যোৱা তোৰ কুঁৱৰী বৌয়েৰাই দেউতাৰ সেই আশা পূৰণ কৰিব নোৱাৰিলে। দুৰ্ঘটনাত পতিত হৈ অকালতে মৃত সন্তানৰ জন্ম দিয়া বোৱাৰীজনীৰ উকা কপালখনলৈ মই চাব নোৱাৰো। বুকুখন ফাটি যাব খোজে। মাজু মইনাৰ শোকো হয়তো এদিনা পাহৰি যাব পাৰিম কিজানি। কিন্তু বোৱাৰীজনীৰ বেদনাক্লিষ্ট চকু দুটাই, শোকাৰ্ত মুখখনে বাৰে বাৰে মোক তাৰ কথা মনত পেলাই দিয়ে।······

ককাইদেৱে আৰু কিবাকিবি লিখিছিল। কিন্তু শেষ কৰি

চিঠিখন পঢ়াৰ ধৈৰ্য্য নহ'ল। মই পঢ়িব নোৱাৰিলো। মূৰটো ঘূৰাই দিয়া যেন লাগিছিল। আখৰবোৰ অস্পষ্ট হৈ পৰিছিল।

আৰু তাৰ পিচতেই এদিন হাতত তুলি লৈছিলো এটা মদৰ গিলাছ।

এদিন, দুদিন, তিনি দিন।

তাৰ পিচত ?

আহাৰ আৰু পানীয় খোৱা-পিয়াৰ পৰিমাণ সকলো মানুহৰে একে নহয়। প্ৰত্যেক মানুহৰে বেলেগ বেলেগ। কিন্তু তাৰো এটা সীমা আছে; পৰিমাণ আছে। নিৰ্দিষ্ট পৰিমাণতকৈ সৰহ আহাৰ আৰু পানীয় খোৱা নাযায়; খাব নোৱাৰি।

কিন্তু মদ ? মদো এবিধ পানীয়।

এইবিধ পানীয়ৰ পৰিমাণ সীমাৰেখাৰ ভিতৰত আৱদ্ধ হৈ নাথাকে; বিশেষ ধৰণে সাৱধান নহলে পৰিমাণ ক্ৰমান্বয়ে বাঢ়ি যায়। মোৰ ক্ষেত্ৰতো সেয়ে হৈছিল। লেতেৰা মদাহীৰ দৰে মই গেলা মদ নাখালেও—মদ—মদেই। জোনেল মেনেজাৰ হিচাবে পোৱা দৰ্মহাৰ সংখ্যা গধুৰ অঙ্কটো মোৰ কাৰণে প্ৰয়োজনতকৈ বহুত বেছি। গতিকে দামী মদ কিনিবলৈ মোৰ কোনো অসুবিধা নহয়। হাত টানি খৰচ কৰিব হোৱা নাছিল কাৰণেই হবলা মদৰ পৰিমাণটোও দিনক দিনে মোৰ বাঢ়ি গৈছিল।

প্ৰশিক্ষণ লৈ বোম্বাইৰ পৰা ঘূৰি অহাৰ পিচত বহুদিন ভাবিছিলো: এবাৰ ঘৰলৈ যাম। নবৌহঁতক চাই আহিম। মই কিয় দেউতাৰ অসুখৰ সময়ত ঘৰলৈ আহিব নোৱাৰিলো—ককাইদেউক বুজাই কম। কিন্তু সাহস নহ'ল। কুঁৱৰী বৌৰ বিধৱা বেশটো মই চাব নোৱাৰিম। ককাইদেউৰ সন্মুখত থিয় হোৱাৰ সাহস নাছিল। কাৰণ: ককাইদেউক মই সঁচা কথা কব নোৱাৰিলোহেঁতেন। ফাঁকি দিব লাগিব। ভাৱ হৈছিল: ঘৰখনৰ বিপৰ্য্যয়ৰ কাৰণে যেন ময়েই দায়ী। সৰু ককাইদেউৰ মৃত্যু, কুঁৱৰী

বৌৰ দুৰ্ঘটনা—এই আটাইবোৰৰ বাবে মইহে যেন জগৰীয়া—অপৰাধী। প্ৰশিক্ষণ লবলৈ নগৈ ঘৰলৈ যোৱা হলে নিজকে হয়তো ইমান অপৰাধী অপৰাধী যেন অনুভৱ নহ'লহেঁতেন।

এদিন দুদিনকৈ সময় বাগৰি গৈছিল। তাৰ পিচত মাহ, বছৰ।

এটা দুটা নহয়; বহুতো বছৰ, কেবাটাও বসন্ত। তথাপি মই ঘৰলৈ যোৱা নাছিলো। আচলতে যোৱা নাছিলো নহয়—যোৱাৰ সাহস নহ'ল। কিন্তু ককাইদেউ মোৰ ওচৰলৈ বহুবাৰ আহিছিল। মোৰ বিয়াখন পতাৰ কথা কৈছিল।

মই নাৰী বিদ্বেষী নহয়।

কিন্তু কিয় জানো—বিয়া কৰোৱাৰ কথা কলেই নবৌৰ কথাবোৰ মোৰ মনত পৰেহি। পাহিজনীৰ সেমেকা মুখখন চকুৰ আগত ভাঁহি উঠে। তাইক প্ৰতাৰণা কৰিবলৈ ওলোৱা যেন লাগে। ভাৱ হয়ঃ সকলোবোৰ নাৰীয়েই যেন স্বাৰ্থপৰ; নবৌৰ দৰে পৰশ্ৰীকাতৰা। কুঁৱৰী বৌৰ দৰে বোৱাৰী পৃথিবীত মাত্ৰ এজনীয়েই আছে; সেইজনী কুঁৱৰী বৌ।

সেই ধাৰণাটোৰ কাৰণেই মই বিয়াৰ সন্মতি দিব নোৱাৰিলো। মোৰ আঁকোৰগোজ মনোভাৱটো আঁতৰাবলৈ ককাইদেৱে মোক বুজাইছিল; ঘৰখনৰ ভৱিষ্যত, দেউতাৰ আশা-আকাঙ্খাৰ কথা—বহুত কিবাকিবি কৈছিল। আৰু কৈছিলঃ আমাৰ ঘৰখনত শিশু এটাই জন্ম নোলোৱালৈকে দেউতাৰ অতৃপ্ত আত্মাই শান্তি নাপাব। তেখেতৰ মৃত আত্মাৰ শান্তিৰ কাৰণেই মই বিয়া কৰোৱা উচিত।

ককাইদেউৰ বুজনিয়ে মোৰ মত সলনি কৰিব পৰা নাছিল। গতিকে ভাবিছিল—দাবী ঢমকনিৰে তেখেতে মোৰ পৰা সন্মতি আদায় কৰি লব পাৰিব। কিন্তু দাবী ঢমকনি দিও লাভ একো নহ'ল। অৱশেষত জেষ্ঠ্যতাৰ কৰ্তৃত্ব লৈ কৈছিলঃ মই বিয়া পাতিমেই। তই কেনেকৈ সন্মতি নিদিয়াকৈ থাক—চাওঁ। অৱশেষত তোৰ কাৰণে কাৰোবাৰ

ওচৰত মই যদি অপমানিত হব লাগে—হম। তইঁতৰ তেতিয়া আনন্দ হব। মোৰ দায়িত্ব, কৰ্ত্তব্য—মই কৰিমেই।

পেটে পেটে মোৰ ভয়ো লাগিছিল। সঁচাকৈয়ে ককাইদেৱে যদি মোৰ বিয়াৰ বন্দোবস্ত কৰে? মোৰ কাৰণে অপমানিত হবলগীয়া হয়?

কিন্তু ককাইদেউ সিমান অবুজন নহ'ল। তাতকৈ ডাঙৰ প্ৰতিশোধ লবলৈ তেখেতে যে মনতে পাঙিছিল—তেতিয়া মই সেই কথা গম পোৱা নাছিলো। গম পাইছিলো বহুত পিচত। মোৰ ওপৰত অভিমান কৰি তেখেতে তেনে এটা সিদ্ধান্ত লব পাৰে বুলি আমাৰ কাৰো ধাৰণা হোৱা নাছিল। কিন্তু লৈছিল।

সংসাৰৰ তিতা কেহাই জীৱনৰ প্ৰতি বীতশ্ৰদ্ধ কৰি তোলা ককাইদেউ ঘৰৰ পৰা এদিন ক'ৰবালৈ আঁতৰি গৈছিল। ক'লৈ গৈছিল—নবৌহঁতে নাজানে। চাপৰিলৈ যোৱা ভাবি তুই তিনি দিনলৈ বিশেষ চিন্তা কৰা নাছিল। দেউতা আৰু সৰু ককাইদেউৰ মৃত্যুৰ পিচত মূক হৈ যোৱা ককাইদেৱে ক'ৰবালৈ যাবলগীয়া হলে আগৰ নবৌহঁতক কৈ নাযায়।

চতুৰ্থ দিনাও হয়তো নবৌহঁতে সিমান চিন্তা নকৰিলেহেঁতেন। সেইদিনা ডাকত পোৱা সৰু চিঠি এখনে নবৌহঁতৰ সকলো ধাৰণা ওলট পালট কৰি দিলে। দুশাৰী কথাৰ সৰু চিঠিখনত ককাইদেৱে নবৌলৈ লিখিছিল: মোক বিচাৰি মিছাতে হাবাথুৰি নাখাবা। বোৱাৰীৰ দায়িত্ব তোমাৰ ওপৰত থাকিল।

সেয়া বহু বছৰ আগৰ কথা। তাৰ পিচতো এটা যুগ পাৰ হৈ গৈছিল। ককাইদেউৰ নিৰুদ্দেশৰ বাবে যে ময়েই দায়ী—সেই কথা নবৌ অথবা কুঁৱৰী বৌয়ে বুজি পোৱা নাছিল। কিন্তু মই বুজি পাইছিলো। আৰু সেই অপৰাধৰ মানসিক শাস্তি লাঘৱ কৰিবলৈ ককাইদেউক বিচাৰি মই চলাথ কৰিছিলো। ভাৰতৰ প্ৰত্যেকখন ৰাজ্যৰ পুলিচ থানাত খবৰ দিছিলো; বাতৰি কাকতত বিজ্ঞাপন

দিছিলো। এটা ভুল সংবাদ পাই কুম্ভ মেলালৈ দৌৰিছিলো। তাৰ পিচত হৰিদ্বাৰ, প্ৰয়াগ, লক্ষ্মণ ঝুলা, আৰু অৱশেষত বদৰিকাশ্ৰমত ককাইদেউৰ চেহেৰাৰ দৰে মানুহ এজন দেখা বুলি মানুহৰ মুখত সংবাদ পাই—সেইবোৰ ঠাইলৈকেও গৈছিলো। হিমালয়ৰ পথেৰে আগবাঢ়ি গলে শেষলৈ সন্ধান পোৱাই দুৰূহ হব বুলি ককাইদেউৰ অন্তৰ্ধানৰ সংবাদ পোৱাৰ লগে লগে মেয়ো সেই পথেৰেই ঢাপলি মেলিছিলো। সেইকাৰণেই ঘৰলৈ গৈ নবৌহঁতক সান্ত্বনা দিয়াৰ সময় মোৰ নহ'ল। নিৰুদ্দেশৰ বাতৰি লৈ মোৰ ওচৰলৈ অহা নবৌৰ ককায়েকৰ ওপৰত কেইদিনমানৰ কাৰণে নবৌহঁতক চোৱা চিতাৰ ভাৰ দি ককাইদেউৰ সন্ধানত মই ঘূৰি ফুৰিছিলো। পিচে বদ্ধ্যাশ্ৰমৰ বাহিৰে লাভ একো নহ'ল। নিৰাশ হৈ ঘূৰি অহাৰ পিচত ঘৰলৈ যোৱাৰ আগ্ৰহ আৰু নহ'ল। নবৌক কি বুলি সান্ত্বনা দিম? কি কম?

ঘৰলৈ যোৱাৰ প্ৰয়োজনো নাছিল। মই নগলেও তেখেত সকলৰ খোৱা-মেলাৰ অসুবিধা নহয়। নবৌ বুদ্ধিমতী। মাটি—সম্পত্তিবোৰ চলাই মিলাই খাব পাৰিব।

তেনেতে কলিকতালৈ মোৰ বদলিৰ আদেশ আহিছিল।

আৰ পিচতো দিন পুৰণি হৈছিল। ককাইদেউক বিচাৰি পোৱাৰ আশা পৰিত্যাগ কৰি সহজ হবলৈ যত্ন কৰিলো। পাপৰ প্ৰায়চিত্ত কৰিবলৈ গৈ হাতত তুলি ললো—এগিলাছৰ পিচত আন গিলাছ মদ। অতিপাত সুৰাপান কৰিলে হেনো চিৰ'ছিচ অৱ লিভাৰ হয়; কলিজা খাই পেলায়।

কিন্তু ক'তা?

মোৰচোন একো নহ'ল; একো হোৱা নাই। মৃত্যুক বিচাৰি ফুৰিছো কাৰণেই মৃত্যুই মোৰ ওচৰৰ পৰা আঁতৰি ফুৰিব খুজিছে নেকি বাৰু?

বাহিৰত ভালকৈয়ে এন্ধাৰ হৈছিল। সাজ লাগি কেতিয়াবাই ভাগিছিল। চকু দুটা মুদি বিছনাখনত দীঘল হৈ পৰি ৰলো। মূৰটো টিংটিঙাইছিল। ঘৰখনৰ বিপৰ্য্যয়, ককাইদেউ আৰু কুঁৱৰী বৌলৈ মনত পৰি ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ মন গৈছিল। ইচ্ছা হৈছিল পৃথিৱীৰ আটাইবোৰ মানুহকে মই যেন চিঞৰি কম: এটা বংশৰ ধ্বংসৰ কাৰণে দায়ী মই। দায়ী মোৰ স্বাৰ্থপৰতা আৰু আকোৰ-গোজ মনোভাৱ। সৰু ককাইদেউৰ মৃত্যু, বৰ ককাইদেউৰ নিৰুদ্দেশ আৰু কুঁৱৰী বৌ মাতৃ হব নোৱাৰাৰ কাৰণে ময়েই দোষী।

কুঁৱৰী বৌ।

বিশ বাইশ বছৰীয়া এজনী ৰূপহী যুৱতী। সদ্য বিবাহিতা এগৰাকী মৰম কোমল বোৱাৰী।

ইউৰেকা।

ৰাতিপুৱা দেখা গাভৰুজনীৰ মৃতদেহটোলৈ চাট্‌কৈ মনত পৰিল। চিনো চিনো লগা সেইজনী গাভৰুক জীৱন্ত অৱস্থাত মই ক'তো দেখা নাই; দেখা নাছিলো। বিশ বছৰ আগতে দেখা কুঁৱৰী বৌৰ দৰে একে নাক, একে মুখ, একে চকু। সাইলাখ যেন সেই তাহানিৰ কুঁৱৰী বৌ। কুঁৱৰী বৌৰ গাভৰু বয়সৰ ছবিটোয়ে আজিও মোৰ মনৰ মাজত সজীৱ হৈ আছে। কাৰণ তাৰ পিচত তেখেতক মই আৰু দেখা নাই। সেই কাৰণেই মৃত গাভৰুজনীৰ মুখখন দেখি মোৰ চিনাকি চিনাকি যেন লাগিছিল হবলা। ক'ৰবাত কেতিয়াবা দেখা দেখা যেন অনুমান হৈছিল।

"চা-ব।" কাষ্ঠাৰ মাতত বাস্তৱলৈ মই ঘূৰি আহিলো। বেড্ চুইচটো টিপি দিলো। বিজুলী চাকিৰ পোহৰত কোঠাটো উজ্জ্বল হৈ পৰিল। পোহৰটো সহ্য কৰিব নোৱাৰি চকু দুটা আকৌ মুদি দিলো।

"চিঠি চাব।"

"চিঠি?" চকুদুটা মেলি কাষ্ঠালৈ চালো। তাৰ হাতত চাবি ভাজ কৰা এখিলা বগা কাগজ।

"অথনিৰ ভদ্ৰমহিলা গৰাকীয়ে আপোনাক দিবলৈ মোৰ হাতত দি থৈ গৈছিল চাব।" গোৰ্খালী মিহলোৱা হিন্দীতে কথাখিনি কৈ কাগজ খিলা সি মোলৈ আগবঢ়াই দিলে। কোন ভদ্ৰ মহিলাৰ কথা কৈছিল বুজিব নোৱাৰি মই তাক প্ৰশ্ন কৰিছিলোঃ কোন জেনানা'?

"কিউ চাব, সবৰে যো জেনানা আয়ী থী।"

তেতিয়াহে মনত পৰিলঃ ৰাতিপুৱা প্ৰৌঢ়া মহিলা এগৰাকী মোৰ ওচৰলৈ আহিছিল। অফিচৰ পৰা ফোন পাই মহিলা গৰাকীক অকণমান সময় অপেক্ষা কৰিবলৈ কৈ লৰালৰিকৈ মই আঁতৰি গৈছিলো। তাৰ পিচত মহিলা গৰাকীৰ কথা মোৰ মনতেই নাছিল। বেচেৰীয়ে মোক-কি বুলি ভাবিছে চাগৈ?

কাঞ্চাৰ হাতৰ পৰা ভাজ কৰা কাগজ খিলা আনি চকুৰ আগত ডাঙি ধৰিলো। কাঞ্চা আঁতৰি গ'ল।

আখৰবোৰ কিবা জিলমিল লাগিছিল। এটা শব্দকে দুটা দুটা যেন দেখিছিলো। তথাপি কষ্টকৈ পঢ়ি গলো।

মৰমৰ……

কি বুলি সম্বোধন কৰিম—ভাবিছো। আমাৰ মাজৰ যি প্ৰকৃত সম্পৰ্ক—সেই সম্পৰ্কটো আজি বহুত মলিন হৈ গ'ল। চিঠিৰ আৰম্ভণিতে তাহানিৰ সেই পুৰণি মিঠা সম্বোধনটো দেখিলে জানোচা তোমাৰ খং উঠে—সেই কথা ভাবিহে থমকি ৰ'বলগীয়া হ'ল। কলম আপোনা আপুনি থমকি ৰৈ গৈছিল। নহলে মোক হয়তো তোমাৰ ইমান অচিনাকি যেন নালাগিলহেঁতেন কিজানি। সেয়েহে সম্বোধনটো লিখাৰ সাহস নহ'ল। তত্তুপৰি অলপ পিচতে আহিম বুলি কৈ মোক এনেদৰে বহুৱাই থৈ নগ'লাহেঁতেন নিশ্চয়।

তোমাক লগ পোৱাৰ বিশেষ প্ৰয়োজন এটা আছিল। অৱশ্যে প্ৰয়োজনটো তোমাৰ নহয়—মোৰ। সেই কাৰণেহে ৰাতিপুৱাৰে

পৰা এই আঢৈটা বজালৈকে বৈ বৈ অৱশেষত যাবলৈ ওলালো। আবেলি চাৰি বজাৰ বাছখনেই ঘৰলৈ উভতি যোৱাৰ বাবে শেষ বাছ। গুৱাহাটীত থকা-মেলাৰ সুবিধা হলে আজি নিশাটো বৈ হলেও তোমাক লগ পোৱাৰ ইচ্ছা আছিল। অথনি তোমাক লগ পায়ো—নাপালো। উদ্দেশ্যটোৰ বিষয়ে কোৱাৰ সময় নহ'ল।

তুমি জানাই—ককায়েৰাৰ নিৰুদ্দেশৰ পিচত ঘৰ-দুৱাৰ, সা-সম্পত্তি আৰু আমাৰ তত্ত্বাৱধান লবলৈ ঘৰত কোনো মতা মানুহ নাছিল। বাইদেউ আৰু মই অকলশৰীয়া। মৌজা কেতিয়াবাই গ'ল। মাটি বাৰীৰ আয়-উপাৰ্জনৰ খা-খবৰ লবলৈ বাইদেৱে তেখেতৰ ককায়েকৰ ওপৰত দায়িত্ব দিবলৈ বাধ্য হৈ পৰিছিল। তাৰ বাহিৰে আমাৰ আন উপায়ো নাছিল। ৰায়তবোৰে সুবিধা লবলৈ যত্ন কৰা মাটি-সম্পত্তি ৰক্ষা কৰিবলৈ আমাৰ কাৰণে টান হৈ পৰিছিল। তুমি তেতিয়া কলিকতাত। অসমৰ পৰা বহুত দূৰৈত।

সেয়া বহু বছৰ আগৰ কথা।

বাইদেউৰ ককায়েক মানে মোৰো ককাইদেউ। ককাইদেউক আমি বিশ্বাস কৰিছিলো। পিচে তেখেতে······। নাই, থাওঁক। সেয়া তেখেতৰ দোষ নহয়। সকলো মানুহে স্বাভাৱিক প্ৰবৃত্তিক জয় কৰিব নোৱাৰে।

সৰু ককায়েকৰ স্মৃতিত আমাৰ হাউলীটোৰ পূব পিনে থকা পুখুৰীটোৰ পাৰৰ মুকলি পথাৰখনত প্ৰাইমেৰী স্কুল এখন স্থাপন হোৱাৰ কথা তুমি জানা নে নাই—নাজানো। কেইবছৰমান পিচত সেইখন 'পিনাকী নিম্ন প্ৰাইমেৰী' স্কুলৰ লগতে মাইনৰ স্কুল এখনো খোলা হ'ল। স্কুলৰ ফলাফল বেয়া নহয়। ছাত্ৰ-সংখ্যা বাঢ়িল। বিদ্যালয় ভৱন আৰু ছাত্ৰ-বাসৰ কাৰণে আৰু অকণমান মাটিৰ আৱশ্যক হ'ল। সেই স্কুল দুখনৰে ঘৰ সৰা, দুৱাৰ খিৰিকি বন্ধ কৰা কামটোৰে ইমান দিনে চলি আহিছিলো। পিচে বোধহয় আৰু নোৱাৰিম। স্কুল কৰ্তৃপক্ষই স্কুল দুখন সেই ঠাইৰ পৰা আন

ঠাইলৈ স্থানান্তৰিত কৰাৰ সিদ্ধান্ত লবলৈ বাধ্য হৈছে। কাৰণ—কর্তৃপক্ষক প্রয়োজনীয় অতিৰিক্ত মাটি দুই বিঘা দিয়াতো দূৰৰে কথা—বর্তমানে স্কুলে দখল কৰি থকা মাটিখিনি এৰি দিবলৈও ককাইদেউ অনিচ্ছুক।

সম্পত্তিৰ ভাগ মই বিচৰা নাছিলো সোণ; আজিও বিচৰা নাই। স্কুলৰ প্রয়োজনীয় মাটিখিনি পোৱা হলেই মই শান্তিৰে মৰিব পাৰিলোহেঁতেন। সকলোবোৰ হেৰুওৱাৰ পিচত—ককায়েকৰ নামত স্থাপিত স্কুল দুখনেই আছিল জীয়াই থকাৰ কাৰণে মোৰ একমাত্র সান্ত্বনা। সৰু ককায়েৰাৰ স্মৃতি বুলিবলৈ মোৰতো আৰু একোৱেই নাই। নাথাকিল। এসপ্তাহৰ ভিতৰত মাটিখিনিৰ স্বত্ব হস্তান্তৰিত নহলে কর্তৃপক্ষই স্কুলখন আন ঠাইলৈ তুলি নিয়াৰ সিদ্ধান্ত লৈছে। স্কুল দুখনৰ সৈতে বংশৰ সন্মান জড়িত হৈ থকা কাৰণেহে তোমাৰ ওচৰলৈ আহিছিলো। তুমি বুজাই কলে—তোমাৰ কথাত বাইদেউ হয়তো মান্তি হব। অৱশ্যে তোমাৰ ইচ্ছা অনিচ্ছাৰ কথা—মই নাজানো। আমি তিনিওজনে লিখা পঢ়া কৰি মাটিখিনি দান দিলে হয়তো স্কুলখন ৰ'ব। ককাইদেৱে স্কুল কর্তৃপক্ষক ভৱিষ্যতলৈ আৰু আমনি কৰিব নোৱাৰিলেহেঁতেন।

ভাবিছিলো ঃ তুমি মোক এইকণ উপকাৰ নিশ্চয় কৰিবা। সেই আশালৈৰে তোমাৰ ওচৰলৈ আহিছিলো। কাৰণ—তোমাৰ সহায়ৰ বাহিৰে আমাৰ আন উপায় আৰু নাই; বাইদেউবো—মোৰো। বৰ্ত্তমানে বাইদেউৰ শোচনীয় অৱস্থাটো দেখিলে তোমাৰো হয়তো চকুপানী ওলাব। বেচেৰী আজি পৰ-মুখাপেক্ষীনী।

তোমাক লগ পাবলৈ অহাৰ প্রয়োজনটো জনোৱাৰ কাৰণেই চিঠিখন লিখি থৈ গলো। বাছলৈ আৰু বেছি সময় নাই।

তুমি বেয়া পালেও মৰম আৰু আশীর্বাদ এৰি থৈ গলো। আহো সোণ। ইতি—

তোমাৰ—তাহানিৰ কুঁৱৰী বৌ

পুনঃ—এই ক্ষেত্রত তুমি মোক সহায় কৰিব নোৱাৰিলেও— কোনোদিনেই তোমাক মই বেয়া নাপাওঁ। চিৰদিনেই তুমি মোৰ 'মৰমৰ 'বোপাই' হৈয়েই থাকিবা।

চিঠিখনৰ প্ৰত্যেকটো শব্দই যেন মোৰ বুকুত বিষাক্ত কাড়ে বিন্ধাৰ দৰে বিন্ধিছিল। লাজ, ঘৃণা আৰু অনুশোচনাত নিজৰ গালত নিজে চৰিয়াবলৈ মন গ'ল। চকু দুটা ঘুকুটি উলিয়াই পেলাবলৈ ইচ্ছা হৈছিল।

মই অন্ধ হৈ গৈছিলো নেকি? ইমান মূৰ্খ নে মই? কুঁৱৰী বৌৰ চিনাকি মুখখন এনেদৰে পাহৰি যাম বুলি সপোনতো ভবা নাছিলো। অৱশ্যে কুৰি বছৰৰ ব্যৱধানে তেখেতৰ চকু মুখলৈ কিছু পৰিবৰ্তন আনিছিল। তথাপি নিজৰ পৰিয়ালৰ মানুহক চিনি নোপোৱাটো ভীষণ লাজৰ কথা। বুকুখন ফাটি যোৱা যেন লাগিল।

ইচ্ছা হৈছিল: সেই মুহূৰ্ততে মই যেন ঘৰলৈ গৈ কুঁৱৰী বৌৰ ভৰিত সাৱটি ধৰি ক্ষমা খুজিম। কম: আপোনাৰ যি মন যায়— সেই শাস্তিকে মই মূৰ পাতি লম। সঁচাকৈয়ে মই আপোনাক চিনি পোৱা নাছিলো কুঁৱৰী বৌ। মোৰ ধাৰণা আছিল: আজিও যেন আপুনি সেই তাহানিতে দেখা, শিৰত সেন্দুৰ লোৱা বিশ বাইশ বছৰীয়া মোহলগা বোৱাৰীজনী হৈয়ে আছে।

মই অস্থিৰ হৈ পৰিছিলো। এশ ত্ৰিশ কিলোমিটাৰ পথ যাবলৈ কিমান সময় লাগিব বাৰু? খুউব বেছি আঢ়ৈ ঘণ্টা। হাতৰ ঘড়ীটোলৈ চালো। চল্লিশ কিলোমিটাৰ গতি বেগত গাড়ী চলাই গলেও ৰাতি এটা বজাৰ আগতে ঘৰ পাম গৈ।

কিন্তু?

গাড়ীৰ ষ্টেয়াৰিং ধৰিব পাৰিম জানো? মূৰটোচোন ঘূৰিছে। চিঠিখন পঢ়োতে মদৰ নিচা ফাটি যোৱা বুলি ভবা চকু দুটাৰে

দেখোন সন্মুখৰ বস্তুবোৰ দুটা দুটা যেন দেখিছো। বাটত দুৰ্ঘটনা হয় যদি ?

বিছনাৰ পৰা উঠি কাপোৰ সাজ পিন্ধিব খোজোতেই বুজিছিলো—গাড়ী চলোৱাৰ ক্ষমতা মোৰ নাই। খোজবোৰ ঠৰক্ বৰক্ হৈ পৰিছে। তথাপি মই যাবই লাগিব। নহলে যে মই শান্তি নাপাম।

কাঞ্চাক মাতি আনি তাৰ সহায়ত গাড়ীৰ ওচৰ পালোহি। এহাতেৰে মোক সাৱটি ধৰি আন হাতেৰে দুৱাৰখন খুলি সি মোক সন্মুখৰ ড্ৰাইভিং চিটত বহুৱাই দিলে। মোৰ লগত সিও যাব নেকি সুধিছিল। 'নালাগে' বুলি কৈ গাড়ীখন উলিয়াই লবলৈ মই ইঞ্জিন ষ্টাৰ্ট দিলো।

"ক্ষমা কৰিব মিঃ বৰুৱা, এই ৰাতিখন আপোনাক আমনি দিয়াৰ আমাৰ মুঠেই ইচ্ছা নাছিল। কিন্তু উপায় নাই। ওপৰৱালাৰ আদেশ।"

উভতি চালো—ও চি হাজৰিকা, এজন চাব ইন্সপেক্টৰ আৰু দুজন চিপাহী। নঙলা মুখেৰে সোমাই আহি কেতিয়া মোৰ ওচৰত থিয় হৈছিল গম পোৱা নাছিলো।

খঙত মোৰ চিঞৰি দিবলৈ মন গৈছিল। কিন্তু নিদিলো। বিৰক্তিত মন ভৰি পৰিছিল যদিও সহজ ভাৱে কলো: আপোনালোকক কাইলৈ আবেলি লগ পাম। বিশেষ কাম এটাৰ কাৰণে মই এতিয়া বাহিৰলৈ যাবলৈ ওলাইছো।

"ৰাতিৰ ভিতৰতে আপুনি যে গুৱাহাটী এৰি যাবলৈ যত্ন কৰিব— আমি ঠিকেই অনুমান কৰিছিলো।"

হাজৰিকাই কি অৰ্থত কথাষাৰ কৈছিল বুজিবলৈ মোৰ অকণো টান নালাগিল। হাজৰিকা নহা হলেও হ'লহেঁতেন। কিন্তু ইমান অপমান পোৱাৰ পিচত তেওঁ যে নহাকৈ নাথাকে—মই আগতেই জানিছিলো। খঙত মই চিঞৰি উঠিলো: হোৱাট ডু ইউ মিন ?

হাজৰিকাই কোনো উত্তৰ নিদিলে। সেমেনা-সেমেনিকৈ ৰ'ল। এচ. আই জনে কাগজ এখিলা মোলৈ আগবঢ়াই দিলে: ননবেল এবল ওৱাৰেণ্ট। পাৰ্টিক'ত জ্বলি থকা লাইটৰ পোহৰটোয়ে যথেষ্ট আছিল যদিও এচ. আই জন বোধহয় সন্তুষ্ট হব পৰা নাছিল। হাতৰ টৰ্চটো জ্বলাই ওৱাৰেণ্টৰ কথাখিনি মোৰ চকুৰ আগত ডাঙি ধৰিলে।

খং আৰু আক্ৰোশত সৰ্বাঙ্গ শৰীৰ কঁপিছিল। কিন্তু নীৰৱ হৈ যোৱাৰ বাহিৰে মোৰ আৰু আন উপায় নাছিল। ইতিমধ্যে মদৰ নিচা বোধহয় ভালেখিনি সাম কাটিছিল। কুঁৱৰী বৌৰ কাৰণে কান্দি দিবলৈ মন গৈছিল। বেচেৰীৰ শেষ আশাটোও মই পূৰণ কৰিব নোৱাৰিলো। মৌন হৈ অস্ফুট স্বৰত নিজকে মাথোন কৈ উঠিলো: তুমি মোক অভিশাপ দিলেও মোৰ উপায় নাই কুঁৱৰী বৌ; মই নিৰুপায়। দুপৰৰ সূৰ্য্য শিখাৰ প্ৰখৰ উত্তাপ মাৰ গৈছিল কাহানিবাই। কিন্তু অস্তাচলৰ শেষ ৰশ্মিকণ এতিয়াও হেৰাই যোৱা নাছিল। শেষ সীমান্তৰ সূৰ্য্যশিখাৰ শেঁতা আলোকেৰে তোমাৰ অভিলাষ মই পূৰণ কৰিব খুজিছিলো; কিন্তু নোৱাৰিলো। হিষ্ট'ৰি ৰিপিটচ্। বুৰঞ্জীৰ পুনৰাবৃত্তি হবই। ইতিহাসে বিঙিয়ায়। এয়াই যুগ-যুগান্তৰৰ বুৰঞ্জীৰ নীতি; মহাকালৰ বুকুত নিহিত হৈ থকা অলিখিত সত্য।

"আপুনি প্ৰস্তুত হৈ লওক মিঃ বৰুৱা।"

ও. চি. হাজৰিকাৰ মাতত মোৰ চেতনা ফিৰি আহিল। নিষ্ঠুৰ বাস্তৱলৈ মই উভতি আহিলো।

"প্ৰস্তুত হবলৈ মোৰ একো নাই। বলক।" মোৰ ওচৰতে থিয় হৈ থকা কাঞ্চাৰ হাতলৈ গাড়ী আৰু ঘৰৰ চাবিকোছা আগবঢ়াই দি কৈ উঠিলো।

মোৰ নিৰ্বিকাৰ উত্তৰটো শুনি এচ. আইজনে সেমেনা-সেমেনিকৈ' মোৰ মুখলৈ চাইছিল। চকু মুখত ফুটি উঠিছিল কিবা

এটা অস্বস্তি। চিপাহী এজনে হাতত লৈ থকা হাতকেৰিয়াজোৰ দেখি বুজি পালো ঃ এচ. আইজনৰ অস্বস্তিৰ কাৰণটো ক'ত ?

চিপাহীজনলৈ সোঁ হাতখন আগবঢ়াই দিলো। ইমান সহজতে হাতকেৰিয়া লবলৈ মই মান্তি হম বুলি ও চি হাজৰিকা আৰু এচ. আইজনে ভাবিব পৰা নাছিল। চিপাহীজন ভয়ে ভয়ে মোৰ ওচৰলৈ আগবাঢ়ি আহিল।

কাণত পৰিল ঃ টোপনিৰ পৰা সাৰ পাই চিঞৰি উঠা এজনী কাউৰীৰ শঙ্কাকুল আৰ্তনাদ। কাউৰীজনীয়ে চিঞৰি চিঞৰি বাহৰ পৰা ওলাই আন্ধাৰৰ মাজে মাজে বহুত দূৰলৈ আঁতৰি গৈছিল।

—শেষ—